# অসমৰ লিপি-সমস্যা

দ্বিতীয় লেখক-শিৱিৰৰ পঠিত প্ৰবন্ধ আৰু কাৰ্য-বিৱৰণিৰ সংকলন







সংকলয়িতা
নগেন শইকীয়া



১৯৭৫
অসম সাহিত্য সভা

**ASAMAR LIPI-SAMASYA**, a collection of papers read at, and proceedings of, the Second Writers' Camp, organised by Asam Sahitya Sabha compiled and published by **Nagen Saikia**, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat, February 1975

সংকলক আৰু প্ৰকাশক
নগেন শইকীয়া,
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

মূল্য : তিনি টকা

ছপাশাল : গুৱাহাটী বিশ্ববিদ্যালয় ছপাশাল, গুৱাহাটী ১৪

# অসমৰ লিপি-সমস্যা

দ্বিতীয় লেখক-শিবিৰৰ পঠিত প্ৰবন্ধ আৰু কাৰ্য-বিৱৰণিৰ
সংকলন





সংকলয়িতা
নগেন শইকীয়া



১৯৭৫
অসম সাহিত্য সভা

# ॥ সূচী ॥



সংযোগী ভাষা— লাগিলে তাক ছৰকাৰীভাৱে স্বীকাৰ কৰা হওকেই বা নহওকেই। এই কথাও সমানেই স্মৰণযোগ্য যে অসমীয়া ভাষা অসমৰ কোনো এটা বিশেষ সম্প্রদায়ৰ ভাষা নহয় ; ই সকলোৰে উমৈহতীয়া ভাষা। আমাৰ বহুতৰে যদি কোনোবা কালত কিবা কথিত ভাষা আছিল, পাহৰি গৈ অসমীয়া ভাষাক নিজৰ ভাষা-হিছাপে গ্রহণ কৰিলোঁ ; আৰু বহুতেই হয়তো প্রাকৃতিক, সামাজিক, সাংস্কৃতিক, যি কাৰণতেই নহওক, নিজৰ কথিত ভাষাটো সীমিত পৰিসৰত মাত্র ব্যৱহাৰ কৰি থাকি বহল পৰিসৰত অসমীয়া ভাষাৰ মাজেদিয়েই আত্ম-পৰিচয় লাভ কৰিলো। নৃতত্ত্ব আৰু সমাজতত্ত্বৰ অধ্যয়নে আমাৰ বংশলতাৰ অবিচ্ছেদ্য সম্পৰ্কৰ কথা, আৰু ভাষাতত্ত্ব আৰু জন-সংস্কৃতিৰ অধ্যয়নে আমাৰ ভাষিক আৰু সাংস্কৃতিক ঘন-সম্পৰ্কৰ কথা স্পষ্টভাৱেই প্ৰমাণ কৰিছে।

আমাৰ থলুৱা ভাষা-উপভাষা-সমূহৰ অৱস্থিতিৰ এনে এটা পৰিপ্রেক্ষিতত এই লিপিহীন ভাষা-সমূহৰ বাবে অসমীয়া লিপিৰ ব্যৱহাৰেই প্ৰয়োজনীয় আৰু উপযোগী। ভাষাতত্ত্ব আৰু দেশীয় পাৰিপাৰ্শ্বিকতা দুয়ো তাকে বিচাৰে। কোনো ব্যক্তি বা অনুষ্ঠানে দুখন-এখন পুথি ৰোমান লিপিৰে লিখি উলিয়াইছিল যদিও এনে পুথিয়ে জন-সাধাৰণৰ পৰা অকণো সহানুভূতি লাভ কৰিব নোৱৰাৰ উদাহৰণ বহুত আছে। কিন্তু অসমীয়া লিপিৰে লিখি উলিওৱা পুথিসমূহ সংশ্লিষ্ট ভাষা-ভাষীসকলে দ্বিধাহীনভাৱে গ্রহণ কৰাৰ উদাহৰণ ঢেৰ। তাৰ মূল কাৰণ অসমীয়া ভাষা আৰু লিপিৰ লগত থকা আমাৰ জনগোষ্ঠী-সমূহৰ দীৰ্ঘদিনৰ পৰিচয়, আত্মীয়তা আৰু স্বাভাৱিক ভাৱাৱেগযুক্ত সম্পৰ্ক।

কিন্তু আজি কিছু দিনৰপৰা এচাম লোকে জনজাতীয় ভাষাৰ বাবে ৰোমান লিপিৰ গ্ৰহণীয়তাৰ সপক্ষে মাত মাতিবলৈ আৰম্ভ কৰিলে। প্ৰথমে এই কণ্ঠ আছিল ক্ষীণ। প্ৰথমে বহুতৰে ধাৰণা হৈছিল আৰু এতিয়াও আমাৰ বহুতো লোকৰ ধাৰণা আছে যে এই দাবীৰ কিবা একাডেমিক যুক্তি আছে। যদি ৰোমান লিপি ল'লে আমাৰ জনজাতীয় ভাষা-সমূহৰ উন্নতি সাধিত হয়, তেনেহ'লে সেই দাবী সমৰ্থন কৰিবহে লাগে। তদুপৰি এটা ভাষাৰ লিপি কি হ'ব—সেইটো সেই ভাষা-ভাষী



লোকে ঠিক কৰিব, গতিকে আনে মাত মাতিবলৈ যোৱা মানে মাত মাতোঁতাৰ কিবা স্বাৰ্থ থকাটো বুজায়। এনেবোৰ সন্দেহৰ উত্তৰত আমি ক'ম— হয় আমাৰ এটাই স্বাৰ্থ আছে, আৰু সেই স্বাৰ্থ হ'ল অসমৰ জনজাতীয় ভাষা-সমূহৰ সুস্থ বিকাশ বাঞ্ছা কৰাৰ স্বাৰ্থ, আমাৰ সাংস্কৃতিক আৰু সাম্প্রদায়িক ঐক্য ৰক্ষাৰ স্বাৰ্থ। অসম সাহিত্য-সভাৰ সপ্তত্রিংশ হিং সন্মিলনে (১৯৬৯) গ্রহণ কৰা এটা প্ৰস্তাৱত স্পষ্টভাৱেই কোৱা হৈছিল যে ৰাজ্যভাষা হিছাপে অসমীয়া ভাষাৰ প্ৰয়োগ বাঞ্ছা কৰাৰ উপৰিও অসম সাহিত্য-সভাই আমাৰ থলুৱা ভাষা-উপভাষাসমূহৰ বিকাশ আৰু উন্নয়ন বাঞ্ছা কৰে। তদুপৰি ১৯৭৩ চনত থলুৱা ভাষা-সংস্কৃতি উদ্ধাৰৰ আঁচনি এখনো গ্ৰহণ কৰি আমাৰ বিভিন্ন জনজাতিসকলৰ পৰিচয়, ভাষা আৰু সংস্কৃতিৰ পৰিচয়মূলক পুথি-পত্ৰ প্ৰকাশৰ আঁচনি গ্ৰহণ কৰা হয়। ১৯৭৪ত সেই আঁচনি সম্প্ৰসাৰণ কৰি লোৱা হৈছে। আমি এইটো আন্তৰিকতাৰে কামনা কৰোঁ যে বহল জাতীয়তাৰ পটভূমিত আমাৰ বিভিন্ন জনগোটসমূহে নিজকে প্ৰতিষ্ঠা কৰক ; কিন্তু এই প্ৰতিষ্ঠাই বিচ্ছিন্নতাবাদৰ পৃষ্ঠপোষকতা কৰিব নালাগিব। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে দেশী-বিদেশী বিভিন্ন শক্তিয়ে অসমৰ জনসাধাৰণক বিভক্ত কৰিবলৈ চেষ্টা কৰি আহিছে। জ্ঞাতে বা অজ্ঞাতে এবাৰ সেই ফান্দত ভৰি সোমাবলৈ হ'লে আমাৰ সামূহিক বিপদ অনিবাৰ্য। এতিয়া সেই সন্দেহেই যেন ঘনীভূত হৈ আহিছে।

সি যি কি নহওক, ৰোমান লিপিৰ সপক্ষে দুই-এটা ক্ষীণ ধ্বনি শুনি এনে ধ্বনিৰ একাডেমিক যুক্তিযুক্ততা বিচাৰ কৰি চোৱাটো আমি অতিশয় প্ৰয়োজনীয় বুলি অনুভৱ কৰিছিলোঁ। যদি বহল বিদ্যায়তনিক বিচাৰত দেশীয় পাৰিপাৰ্শ্বিকতাৰপৰা বিচ্ছিন্ন নোহোৱাকৈ ৰোমান লিপিৰ প্ৰয়োগৰ যুক্তিযুক্ততা প্ৰমাণিত হয়, তেনেহ'লে আমাৰ মাত মতাৰ কোনো প্ৰয়োজনেই নহয়। অসম সাহিত্য-সভাৰ উদ্যোগত ১৯৭৩ চনৰ ডিচেম্বৰ মাহৰ ২৬ তাৰিখৰপৰা সাদিনীয়াকৈ আয়োজন কৰা প্ৰথম লেখক-শিবিৰৰ প্ৰথম দিনাৰ কাৰ্য্যসূচীত 'অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা'-শীৰ্ষক আলোচনাৰ ব্যৱস্থা কৰা হৈছিল আৰু আমাৰ জনজাতীয় ভাষাৰ প্ৰতিনিধিসকলৰ আগত অন্যান্য প্ৰশ্নৰ লগতে লিপি-সম্পৰ্কীয় প্ৰশ্নটোও উত্থাপন কৰা হৈছিল। সেই আলোচনাত মিছিং, কাৰবি, ৰাভা আদি আমাৰ

সভাৰ এই প্ৰস্তাৱ প্ৰচাৰিত হোৱাৰ পিছত বড়ো সাহিত্য-সভাই কাৰ্য-নিৰ্বাহক সমিতিৰ জৰুৰী অধিৱেশনে (১৯।১০।৭৪) প্ৰস্তাৱটো সিসকলৰ বাবে অগ্ৰহণীয় বুলি কয়।

তত্ৰাচ আমি আশা কৰি আছোঁ যে আমাৰ প্ৰস্তাৱটোৰ প্ৰতিটো অৰ্থবহ বাক্য, পুনৰ সিসকলে বিচাৰ কৰি চাব।

সি যি কি নহওক, লিপি সম্পৰ্কে উত্তপ্ত হোৱা এনে এটা অবাঞ্ছনীয় পৰিস্থিতিৰ অন্ত পেলাবলৈ, অন্তৰংগ আলাপ-আলোচনাৰ মাজেদি এটা সৰ্বসন্মত সিদ্ধান্তলৈ আহিবলৈ অসম সাহিত্য-সভাৰ উদ্যোগত গুৱাহাটীত ২য় লেখক শিবিৰৰ আয়োজন কৰি বড়ো, কাৰবি, মিছিং ডিমাছা, টিৱা, ৰাভা আদি আমাৰ জনজাতীয় ভাষাক প্ৰতিনিধিত্ব কৰিব পৰা লোকক নিমন্ত্ৰণ জনাওঁ। লগতে আমাৰ দুয়োখন বিশ্ববিদ্যালয়, ৰাজ্য চৰকাৰৰ শিক্ষা বিভাগ আদিকো প্ৰতিনিধি পঠাবলৈ অনুৰোধ কৰোঁ। ১৯৭৪ চনৰ ৬ নবেম্বৰৰপৰা ৯ নবেম্বৰলৈ গুৱাহাটীৰ কটন কলেজৰ নিউ আৰ্টছ বিল্ডিঙত বহুওৱা লেখক-শিবিৰৰ আলোচনা-চক্ৰৰ বাবে (১) অসমৰ জনজাতীয় ভাষাৰ বাবে উপযোগী লিপি ৰোমান নে অসমীয়া (২) অসমীয়া লিপিৰ সৰলীকৰণ আৰু (৩) বড়ো ভাষা আৰু অসমীয়া ভাষাৰ সাদৃশ্য—এই তিনিটা বিষয় নিৰ্বাচন কৰা হয়। প্ৰথম দুটা বিষয় দুই যোৱাকৈ আমি কিছু প্ৰশ্ন নিমন্ত্ৰিতসকললৈ আগতীয়াকৈ পঠোৱাৰ উপৰিও ক্ৰমে ডঃ মহেন্দ্ৰ বৰা, ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য আৰু আৰু শ্ৰীপ্ৰমোদ ব্ৰহ্মক এটি বিশ্লেষণাত্মক আলোচনা দাঙি ধৰিবলৈ অনুৰোধ কৰোঁ। আনন্দৰ কথা যে বড়ো সাহিত্য-সভাৰ সভ্যসকলকে মুখ্য কৰি প্ৰতিনিধিসকল, কাৰবি, মিছিং, ৰাভা, ডিমাছা আদি আমাৰ ভাষাক প্ৰতিনিধিত্ব কৰিব পৰাসকল সমবেত হয়হি আৰু চাৰিওদিনৰ চক্ৰ পৰিচালনাৰ গুৰু দায়িত্ব গ্ৰহণ কৰে অসম সাহিত্য সভাৰ মাননীয় সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৱাহৰলাল নেহৰু প্ৰাধ্যাপক আৰু কলাগুৰু ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াই।

এই আলোচনাত এটা কথা স্পষ্ট হয় যে বড়ো ভাষাৰ বাবে ৰোমান লিপি-গ্ৰহণৰ সময়ত ভাষা-বিজ্ঞান-সন্মত পদ্ধতি লোৱা হোৱা নাছিল; আনকি, দুই-এটা ধ্বনিৰ বাবে চূড়ান্ত বৰ্ণ গ্ৰহণ কৰা হোৱাই



নাই, ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মত ভাৰতৰ কোনো ভাষা-বিজ্ঞান বা বিশ্ববিদ্যালয়ে গ্ৰহণ কৰা নাই, কোঠৰী আয়োগৰ পৰামৰ্শও আঞ্চলিক ভাষাৰ লিপিৰ সপক্ষেই, ৰোমান লিপি ব্যৱহাৰৰ সিদ্ধান্ত এটা সন্মান আৰু আৱেগৰ বিষয়ত পৰিণত হৈছে; তদুপৰি এই কথাও স্পষ্ট হয় যে জনজাতীয় ভাষা-সমূহৰ ধ্বনি-মূল যথাৰ্থভাৱে প্ৰকাশ কৰাৰ ক্ষমতা ৰোমান লিপিৰ নাই, বৰং বহু ধ্বনি বিকৃত হোৱাৰেই সম্ভাৱনা অধিক। এনে স্থলত সমগ্ৰ বিষয়টোৰে যে পুনৰ্বিচাৰ বাঞ্ছা কৰিছে—সেই সম্পৰ্কে কোনো সন্দেহ নাই।

লিপিয়ে ওপৰে ওপৰে চালে সামূহিক ক্ষতি নকৰে বুলি যুক্তি দিব পাৰি; কিন্তু লিপিৰ বিভাজনে যে সামূহিক সংহতি নষ্ট কৰিব আৰু আমাৰ এই উত্তৰ-পূব খণ্ডক অবুজ ভাষাৰ অবুজ লিপিৰ কোলাহল-ভূমিত পৰিণত কৰিব, সেই সম্পৰ্কে কোনো সন্দেহ নাই।

অসম সাহিত্য-সভাই আমাৰ থলুৱা ভাষাবোৰৰ বিকাশ আৰু সমৃদ্ধি আন্তৰিকতাৰে কামনা কৰে। আমি আশা কৰিছোঁ, আমাৰ আন্তৰিকতাক কোনেও ভুল নুবুজিব।

এই লেখক শিৱিৰৰ আলোচনাৱলীয়ে আমাৰ ভৱিষ্যত পথ-নিৰ্ণয়ত সহায় কৰিব বুলি আমি অনুভৱ কৰিছোঁ।

শিৱিৰৰ চক্ৰসমূহৰ সঞ্চালকৰ গুৰু দায়িত্ব লোৱাৰ বাবে অসম সাহিত্য-সভাৰ সভাপতি ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়া আমাৰ চিৰকৃতজ্ঞতাৰ পাত্ৰ হৈ ৰ'ব। তদুপৰি যিসকল প্ৰতিনিধিয়ে প্ৰতিকূল পৰিৱেশৰ মাজতো আহি এই চক্ৰত যোগ দি চক্ৰসমূহৰ আলোচনা সাৰ্থক কৰি তুলিলে, সিসকললৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। আশা কৰিছোঁ সিসকলৰ সহায়সহযোগৰপৰা আমাক ভৱিষ্যতেও বঞ্চিত নকৰিব।

বিশেষ মন্তব্য যে বৰ্তমান সংকলনৰ প্ৰথম প্ৰবন্ধটি আছিল শিৱিৰ সঞ্চালকৰ আৰম্ভণী ভাষণ। সঞ্চালকৰ ৯ নৱেম্বৰ তাৰিখৰ সামৰণী ভাষণ তেখেতে মৌখিকভাৱেই দিছিল। শিৱিৰৰ আলোচনাৰ আভাস অসম চৰকাৰ আৰু ভাৰত চৰকাৰ বিভিন্ন প্ৰতিষ্ঠানলৈ পঠিয়াব লগীয়া হোৱাত ডক্টৰ নেওগে অসমীয়াত দিয়া সামৰণী ভাষণকে ইংৰাজী ভাষাত লৰালৰিকৈ

লেখি উলিয়ায়। আমি সেই ইংৰাজী ৰূপটিকে ইয়াত পৰিশিষ্ট ক-ৰূপে সন্নিৱেশ কৰিলো। তাৰ অসমীয়া ৰূপান্তৰ সংযোগ কৰাৰ ভাব আছিল যদিও যুৰকত সি হৈ নুঠিল। আশা কৰোঁ তাৰ বাবে সুধীসকলে অসুবিধা নাপাব। পুথিখনি ছপাই যুগুত কৰি দিয়া বাবে গুৱাহাটী বিশ্ববিদ্যালয় ছপাশালক ধন্যবাদ জনাইছো।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম
১৫ জানুৱাৰী ১৯৭৫

নগেন শইকীয়া,
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

মহেশ্বৰ নেওগ

## বড়ো ভাষাৰ লিপিৰ সম্পৰ্কত অসম সাহিত্য সভা

১৩ আৰু ১৪ অক্টোবৰ ১৯৭৪ তাৰিখে যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহা অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ জৰুৰী বৈঠকে বিশদ আলোচনাৰ পিছত তলত দিয়া প্ৰস্তাৱটি গ্ৰহণ কৰে ঃ

"বড়ো সাহিত্য সভা আৰু বড়ো ছাত্ৰসকলে বড়ো ভাষাৰ বাবে ৰোমান লিপি গ্ৰহণ কৰা লৈ বৰ্তমানে যি আন্দোলন আৰম্ভ কৰিছে, আৰু সেই আন্দোলনৰ মাজত বৰপেটা ৰোডত হোৱা আৰক্ষীৰ গুলীচালনা আৰু দুজন লোকৰ অবাঞ্ছনীয় মৃত্যু ঘটা আদি লৈ যি পৰিস্থিতিৰ উদ্ভৱ হৈছে, তাত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ এই জৰুৰী বৈঠকে গভীৰ উদ্বেগ প্ৰকাশ কৰে; কিয়নো

* বড়োসকল বহল অসমীয়া সমাজৰে এক অংগ আৰু সুখে-দুখে সকলো থলুৱা লোকৰ ভাগ্য একে বান্ধনিতে গঁথা হৈ আছিছে;
* অসমীয়া আৰু বড়ো দুই ভাষাৰ তথা আন থলুৱা ভাষাৰ উদ্গতি আৰু বিকাশ অসম সাহিত্য সভা, বড়ো সাহিত্য সভা আৰু সমাজৰ সকলোৰে কাম্য; আৰু
* অসমৰ সংহতিক কোনো প্ৰকাৰৰ বাহিৰৰ প্ৰৰোচনাত (যদি তেনে প্ৰৰোচনা থাকে) বা আনভাৱে ব্যাহত হ'বলৈ দিয়াটো অসমৰ কাৰো বাবেই বাঞ্ছনীয় নহয়।

"এই প্ৰসংগত কাৰ্য্যনিৰ্বাহক সমিতিয়ে বিনম্ৰভাৱে আঙুলিয়াই দিবলৈ বিচাৰে,

* কোনো ৰাজনৈতিক মতবাদ বা বাহিৰৰ প্ৰৰোচনা বা খন্তেকীয়া ভাবাৱেগৰ দ্বাৰা উদ্ৰিক্ত নহৈ সকলোৱে বড়ো ভাষাৰ লিপিৰ কথা বড়ো তথা আন সৰ্বসাধাৰণ ৰাইজৰ সুবিধাৰ অৰ্থে সম্পূৰ্ণৰূপে একাডেমিক্ বা বিদ্যাভিত্তিক বিচাৰত নিৰ্ণয় কৰাটোহে বাঞ্ছনীয়।

* কোনো মিছনেৰি অনুষ্ঠান বা কোনো সীমিত পৰিসৰৰ গৱে-ষণাৰ প্ৰতিষ্ঠানে নিজস্ব সাময়িক সুবিধাৰ কাৰণে দুখন বা এখন পুথিত এটা বিদেশী লিপি ব্যৱহাৰ কৰাটোৱে (আনফালে তেনে অনুষ্ঠান-প্ৰতিষ্ঠানে দুই-এখন পুথিত স্থানীয় লিপিও প্ৰয়োগ কৰা কথাটোও লক্ষ্য কৰিব লাগিব।) সৰ্বসাধাৰণৰ সুবিধাৰ পথ নিৰ্দেশ নকৰে।
* তেনে ক্ষেত্ৰত বিদেশী লিপিৰ লগত অস্বাভাৱিকভাৱে সৰ্বসাধাৰণৰ ভাবাৱেগ জড়িত কৰাটোও কল্যাণকৰ নহয়।
* বিশেষকৈ বড়ো ভাষাত ৰোমান লিপি অবিচ্ছেদ্যভাৱে লাগি আছে বুলি কোনো প্ৰকাৰে ক'ব নোৱাৰি।
* ভাৰতীয় সংবিধান আৰু ৰাজ্যখনৰ প্ৰশাসনৰ বিহিত বিধি (আইন) অনুসৰি অসমীয়া ভাষা অসমৰ শাসকীয় ভাষা, আৰু সেইৰূপে সি অসমৰ প্ৰশাসনত সৰ্বত্ৰ প্ৰযোজ্য।
* শিক্ষা-ক্ষেত্ৰতো যুক্তিযুক্তভাৱেই অসমীয়া ভাষা বড়ো-ভাষী আদিৰ মাজতো তৃতীয় ভাষা-ৰূপে পৰিগণিত হৈ আছে।
* অসমীয়া ভাষাকে নিজৰ বুলি আৰু নিতান্ত আৱশ্যকতা অনুসৰি অসমৰ থল-পৰ্বতী সকলোৱে ব্যৱহাৰ কৰি আহিছে।
* বড়ো ভাষাৰ ধ্বনি-পদ্ধতিৰ লগত যদি পৃথিৱীৰ এটা ভাষাৰ সৰাতো অধিক মিল আছে, আৰু বড়ো ভাষাৰ ধ্বনি-পদ্ধতিৰ দ্বাৰা যদি পৃথিৱীৰ এটা ভাষা গভীৰভাৱে প্ৰভাৱিত হৈছে, সেয়া হ'ল অসমীয়া ভাষা।
* পৃথিৱীৰ এটা ভাষাৰ শব্দ-সম্ভাৰৰ লগত যদি বড়ো ভাষাৰ ঘন সম্বন্ধ আছে, সিও অসমীয়া ভাষাই।
* এইবোৰ কাৰণত অসমীয়া-বড়োৰ ভাষাতাত্ত্বিক সম্পৰ্ক তেজৰ সম্বন্ধ-ৰূপে ( organic relation ) বিদ্যমান।
* থলুৱা আন ভাষাৰ লগতে এই দুই ভাষাৰ ভাগ্য একেলগে বন্ধা হৈ আছে আৰু বড়ো জনসংখ্যাও অসমৰ আন থলুৱাসকলৰ মাজে মাজেহে ঘনভাৱে সোমাই আছে।



* সৰ্বোপৰি, ভাষাতাত্ত্বিক বিচাৰত বড়ো নালাগে আন কোনো ভাৰতীয় ভাষাৰ ক্ষেত্ৰতে, বিশেষকৈ সৰ্বসাধাৰণ আৰু শিশুসকলৰ কাৰণে, ৰোমান লিপিৰ প্ৰয়োগ তৰ্কৰ বিষয় ( সেই প্ৰয়োগৰ দ্বাৰা সেই ভাষাবোৰৰ স্বাভাৱিক সম্পৰ্কযুক্ত অনেক ধ্বনি-মূল লোপ হোৱাৰ সম্ভাৱনা হেতুকে )।
* বিশেষকৈ, যুগ যুগ ধৰি অভূতপূৰ্ব মিলাপ্ৰীতিৰ মাজত থকা আমাৰ লোকসকলৰ মাজত লিপি-প্ৰয়োগৰ পাৰ্থক্যই এক বিষাক্ত বাতাৱৰণ আৰু দুৰ্ধোৰ ৰাজনৈতিক জটিলতা সৃষ্টি কৰাৰ সম্ভাৱনাই দেখা দিছে আৰু সি অসমৰ কাৰো বাবেই শান্তি-সুখকৰ নহ'ব।

"অসম সাহিত্য সভাই বড়ো সাহিত্য সভা তথা বড়ো ছাত্ৰসমাজক কোনো এটা লিপিৰ হৈ আন্দোলন কৰা সময়ত এই সকলোখিনি সূক্ষ্ম আৰু গভীৰভাৱে বিৱেচনা কৰি চাবলৈ সনিৰ্বন্ধ অনুৰোধ জনায়। এই বিষয়ত সম্পূৰ্ণ বিদ্যাভিত্তিক বিচাৰেইহে মাথোন হোৱা বাঞ্ছনীয়; বিশে-ষকৈ, সম্পৰ্কিত ভাষা-ভাষী গোষ্ঠীৰ ভৱিষ্যত যাতে সাময়িক ভাৱাৱেগৰ দ্বাৰা উদ্ৰিক্ত হোৱা বাবে ক্ষতিগ্ৰস্ত আৰু পৰাহত নহয়, তালৈ লক্ষ্য ৰখাটো সকলো পক্ষৰে নিতান্ত বাঞ্ছনীয়।

"সৰ্বশেষত অসম সাহিত্য সভাই উত্তৰ-পূব ভাৰতৰ বিভিন্ন জনগোষ্ঠীৰ মাজৰ ভাষিক, সাংস্কৃতিক আৰু সাম্প্ৰদায়িক ঐক্য বিনষ্ট কৰিব পৰা আৰু আমাৰ সৰলমতীয়া লোকসকলক বিভ্ৰান্ত কৰিব পৰা দেশী বিদেশী গোপন শক্তিসমূহৰ বিপক্ষে মুঠ বান্ধি থিয় দিবলৈ জনসাধাৰণলৈ আন্তৰিক আহ্বান জনায়।"

**বিনম্ৰ পৰামৰ্শ আৰু একাডেমিক পৰ্যালোচনা :**

এই প্ৰস্তাৱটি হ'ল 'বিনম্ৰভাৱে' জনোৱা এটি 'সনিৰ্বন্ধ অনুৰোধ' বড়ো ভাষাৰ ভাগ্যৰ লগত যিসকল আটাইতকৈ অধিক জড়িত হৈ আছে, সেইসকলৰ প্ৰতি। বড়ো ভাষাৰ লিপিৰ প্ৰশ্নটো বিশুদ্ধভাৱে এটা একাডেমিক প্ৰশ্ন। সেই বিষয়ে আলোচনা কৰিবলৈ 'কোনো সাং-

বিধানিক বা নৈতিক অধিকাৰ'ৰ দাবী-দাবা অসম সাহিত্য সভাই আগ নবঢ়ায়, যেনেকৈ অসমীয়া ভাষাৰ লিপিৰ গুণৰ-দোষৰ সম্পৰ্কে মেক্সিকো বা ছাইবেৰিয়াত তুমুল আলোচনা হ'লেও সভাই আপত্তি নকৰে। বৰপেটা ৰোডৰ ঘটনাৰ পিছত আমি নীৰৱে থকা শোভন হ'লহেঁতেননে ? যোৱা বছৰ ডিচেম্বৰত গুৱাহাটীত হোৱা লেখক-শিবিৰত আন কথাৰ লগতে বড়ো ভাষাৰ লিপিৰ আলোচনা হৈছিল। তাত বড়ো সাহিত্য সভাৰ সম্পাদকজন আৰু ৰোমান লিপিৰ হকে প্ৰৱক্তা শ্ৰীপ্ৰমোদ ব্ৰহ্ময়ো যোগ দিছিল। যোৱা ১৬ তাৰিখৰ যোৰহাট সাহিত্য সভাৰ একে বিষয়ৰ আলোচনা-চক্ৰতো শ্ৰীব্ৰহ্মই যোগদনা কৰিছিল। বড়ো সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভায়ো যোৱা ১৯ তাৰিখে ওপৰৰ আমাৰ প্ৰস্তাৱটো আলোচনা কৰি অসম চৰকাৰৰপৰা ৰোমানৰ স্বীকৃতি পোৱাত সহায় কৰিবলৈ অসম সাহিত্য সভাক অনুৰোধ কৰিছে। আনফালে, বড়ো ভাষাৰ লিপিৰ পৰিৱৰ্তনে উত্তৰ-পূব ভাৰতৰ সমস্ত জন-জীৱনক স্পৰ্শ নকৰাকৈ নাথাকিব। তদুপৰি, আমাৰ নাম হ'ল অসম সাহিত্য সভা, অসমীয়া সাহিত্য সভাই নহয়, আৰু আমি আমাৰ সীমিত শক্তিৰে সমস্ত অঞ্চলটোৰ সাংস্কৃতিক জীৱন উপলব্ধি কৰিবৰ কাৰণে সামান্যভাৱে হ'লেও যত্ন কৰি আহিছো। সেই উপলব্ধিৰ পৰিসৰ যাতে বাঢ়ে, তাৰ বাবেই সভাৰ মঙলদৈ সন্মিলনৰ সভাপতিৰূপে আহ্বান জনাইছিলো। দেখি সন্তোষ পাইছো যে বড়োসকলকে ধৰি বিভিন্ন জনগোষ্ঠীৰ লোকে আমাৰ ওলগত সঁহাৰি জনাইছে। বড়ো সাহিত্য সভাৰ প্ৰতি আমাৰ শ্ৰদ্ধা আৰু বড়ো ছাত্ৰ সন্থাৰ প্ৰতি আমাৰ স্নেহ মাথোন বৰ্তমান। সেই স্নেহ-শ্ৰদ্ধা আছে বাবেই সিসকলক দুটা কথা কোৱাৰ অধিকাৰ ব্যক্তিগতভাৱে মোৰ আৰু সামাজিকভাৱে অসম সাহিত্য সভাৰ আছে বুলি ভাবোঁ। কাৰণ, আমাৰ এটি প্ৰৱচন আছেঃ 'মিতিৰৰ ক'বাঁ আগত, হাতীৰ খুচিবাঁ কপালত।'

এতিয়া মিতিৰৰ সমুখতে কথাখিনি ক'ম। সিসকলে মিতিৰৰ কথা বুলি দায়-জগৰ নধৰিব যেন। আমাৰ প্ৰথম লেখক-শিবিৰত শ্ৰীপ্ৰমোদ ব্ৰহ্ম আৰু শ্ৰীবিহুৰাম বৰোৰ, সিদিনা যোৰহাট সাহিত্য সভাৰ আলোচনা-চক্ৰত শ্ৰীব্ৰহ্মৰ বক্তব্য অতি ভালকৈ কাণ পতি শুনিছিলো। বড়ো সাহিত্য সভাই প্ৰধান মন্ত্ৰীৰ ওচৰত দাখিল কৰা স্মাৰক পত্ৰ, সভাৰ



ৰোমান লিপি সম্পৰ্কীয় বিবৃতি, প্ৰস্তাৱ আদিও শ্ৰদ্ধা-সহানুভূতিৰে পঢ়িছো। কিন্তু বড়ো সাহিত্য সভাৰ সদস্য বন্ধুসকলে ক্ষমা কৰিব যে সেই সকলোৰে পিছত মোৰ স্পষ্ট ধাৰণা হ'ল—বিষয়টো যি বৈজ্ঞানিক পদ্ধতিত বিচাৰ কৰিব লাগিছিল, সেই পদ্ধতি যেন অৱলম্বন কৰা হোৱা নাই। বড়ো সাহিত্য সভাই কোনো এজন ভাষাতত্ত্বৰ পণ্ডিতৰ সহায়ো লোৱা নাই। সভাই ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়, বাণীকান্ত কাকতিৰ নাম লৈছে, সঁচা ; কিন্তু সভাৰ বিবৃতিৰপৰা দেখা যায়, সভাৰ সদস্যসকলে এই ভাষাবিদ্‌সকলৰ কথা একো বুজাই নাই। পণ্ডিত নেহৰু, নেতাজী বসু, অধ্যাপক হুমায়ুন কবীৰ বা ডক্টৰ ৰেংকট ৰাৱে ভোট-ব্ৰহ্ম ভাষাতত্ত্ব অধ্যয়ন কৰিছিল বুলি আমি বাতৰি নাপাওঁ। গতিকে ভাষাতত্ত্বৰ প্ৰসংগত এইসকলৰ নাম ল'লে যুক্তিৰ ঘৰততো একো যোগ নহয়েই, বৰং থকা যুক্তিও সুলকিহে পৰে ! যোৰহাটৰ আলোচনা-চক্ৰত যেতিয়া কেইবাগৰাকীও ভাষাতাত্ত্বিক-সাহিত্যিকৰ সমুখ হ'ব লগা হৈছিল, তেতিয়া শ্ৰীপ্ৰমোদ ব্ৰহ্মই কৈছিল, "এই পণ্ডিতসকলৰ যুক্তি মই খণ্ডন কৰিব নোৱাৰোঁ। কিন্তু আমি এটা সিদ্ধান্ত কৰিছো যেতিয়া, তাক নেৰোঁ।" এইটো এটা অতি বিপজ্জনক পৰিস্থিতি। সেই পৰিস্থিতিত যি কোনো ঘটনা ঘটিব পাৰে। চিকিৎসাৰ জ্ঞান নথকা লোকৰ হাতত এটা জীৱন সঁপি দিলে যি সংকট হ'ব পাৰে, তেনে সংকট এক জন-গোষ্ঠীৰ জীৱনলৈ মাতি অনাটো আমি বাঞ্ছনীয় বুলি নাভাবোঁ। '১৫ বছৰৰো অধিক কাল বিচাৰ-বিশ্লেষণৰ পিছত সম্পূৰ্ণৰূপে একাডেমিক, ফ'নেটিক বিবেচনা' কৰা হৈছিল বুলি বড়ো সাহিত্য সভাৰ বিবৃতিত আছে ; কিন্তু সেই বিবৃতিৰ কথাবোৰে সেই কথা সমূলঞ্চে প্ৰমাণ নকৰে ; বৰঞ্চ তাৰ বিপৰীতটোহে প্ৰতীয়মান হয়।

## নুবুজা কথাৰ বাবে উতলা মৰণ কিয় ?

যদি পৰিস্থিতি এইটোৰেই হয়, এটা নজনা-নুবুজা কথাৰ বাবে কুমলীয়া ল'ৰা-ছোৱালী আৰু লিপিৰ গুণাগুণ নুবুজা জনসাধাৰণক উতলা কৰা হ'ল কিয় ? এই কথা বুজাটোৱেই আমাৰ বাবে দুৰূহ হৈ উঠিছে। বাহিৰৰ প্ৰভাৱ ? ৰাজনৈতিক বিচ্ছেদ-চিন্তা ? সাময়িক উত্তেজনা ?

এইবোৰ সাধাৰণ সন্দেহৰ কথা মানুহে কোৱা-কুই কৰে। বড়ো সাহিত্য সভাই এই সকলোখিনি অস্বীকাৰ কৰিছে। অসম সাহিত্য সভাই এই-বোৰ সাব্যস্ত কৰা নাই বা কৰিবলৈও বিচৰা নাই ; বৰং এই অবাঞ্ছনীয় বস্তুবোৰ বড়ো-অসমীয়াসকলৰ মাজত প্ৰৱেশ কৰিব নালাগে বুলিহে ভাবে। আনফালে, অসমীয়া-বঙলা লিপি পৰিহাৰ কৰি বড়োসকলে ৰোমান লিপিলৈ আগ্ৰহ কৰাত কোনো 'একাডেমিক ফ'নেটিক বিবেচনা' দেখা নাপাই আমি বিমোৰত পৰিছো। কোনোবা পাৰংগত একাডেমিচিয়ান-ফোনেটি-চিয়ানে যদি যোৱা পোন্ধৰ বছৰ কাল বড়ো সাহিত্য সভাৰ লগত লগ লাগি ৰোমান লিপি লোৱাৰ সিদ্ধান্তটো দিছে, সেইটো সভাই আজিও বাহিৰত কাকো জনোৱা নাই। এনে স্থলত ৰোমান লিপি লোৱাৰ সিদ্ধান্ত বড়ো ভাষা তথা অসমৰ সংস্কৃতিৰ ক্ষতিকৰ এটি কাৰ্য হৈছে বুলি আমি ভাবোঁ, আৰু সেইহে সেই সিদ্ধান্ত পৰিহাৰ কৰিবলৈ বড়ো সাহিত্য সভা আৰু বড়ো ছাত্ৰ সন্থাক পুনৰ পুনৰ অনুৰোধ জনাব খোজোঁ। কাৰণ, ভ্ৰান্ত ধাৰণা, ভ্ৰান্ত চিন্তা-পদ্ধতি আৰু ভ্ৰান্ত কাৰ্য-পন্থাই বিভ্ৰান্ত এক লক্ষ্যলৈহে লৈ যাব পাৰে, কল্যাণকৰ পথলৈ নহয়।

১৯৭০ চনত পশ্চিম বঙ্গৰ মহাকালগুৰিত বহা বড়ো সাহিত্য সভাৰ অধিৱেশনে বড়ো ভাষাত ৰোমান লিপি লোৱাৰ সিদ্ধান্তৰ যিবোৰ কাৰণ বিচাৰি পাইছিল, তাৰ সাৰৱত্তা আমি দেখা পোৱা নাই। এই সিদ্ধান্ত-গ্ৰহণৰ পিছত সভাৰ কেন্দ্ৰীয় পাঠ্যপুস্তক সমিতিয়ে যুগুত কৰা 'বিথৰাই' নামৰ প্ৰাথমিক পুথিখন চৰকাৰৰ মঞ্জুৰী নোহোৱাকৈয়ে যোৱা এপ্ৰিলৰ-পৰা সকলো বড়ো মাধ্যমৰ পঢ়াশালিত বলেৰে চলাই দিবৰ যত্ন কৰা হয়। অসমৰ শিক্ষাৰ বুৰঞ্জীত ইও এক অভিনৱ পদ-ক্ষেপ আৰু বৰ্তমান সংঘৰ্ষৰ মূল অঙ্কুৰ।

বড়ো সাহিত্য সভাৰ আৰু এটি কথাই আমাৰ ভাষাতত্ত্বৰ ক্ষুদ্ৰ জ্ঞানত ওলট-পালট লগাই দিছে। "ত্ৰিপুৰা, পশ্চিম বংগ, অৰুণাচল, অসম, মেঘা-লয়, নগালেণ্ড আৰু মণিপুৰত সিঁচৰতি হৈ কথা বড়োসকলৰ উমৈহতীয়া ভাষা" বুলি যে সিসকলে কৈছে, সেইটো কি ভাষা ? এই সমস্ত অঞ্চলত-তো এটা ভাষা নচলে, আৰু তাত সিঁচৰতি হৈ থকা লোকসকলেও সকলোৱে নিজকে বড়ো বুলি পৰিচয় দিয়া ক'তো দেখা নাই। ত্ৰিপুৰা



আৰু পশ্চিম বংগৰ উমৈহতীয়া ভাষা যদি আছে, সি বঙলা ; অসম, অৰুণা-চল আৰু নগাভূমিৰ উমৈহতীয়া ভাষা এটা যদি আছে, সেয়া অসমীয়া। ইয়াৰ বাহিৰে সমস্ত অঞ্চলটোৰ ঠায়ে ঠায়ে অস্ট্ৰিক গোষ্ঠীৰ খাছি-জয়ন্তীয়া, শ্যাম-চীন গোষ্ঠীৰ খামটি, ভোট-ব্ৰহ্ম গোষ্ঠীৰ আঁকা, আদি-মিৰি, ডফলা, মিছিমি, বড়ো, গাৰো, মেচ, ৰাভা, ত্ৰিপুৰা, নগা ভাষাবোৰ, মৈতৈ বা মণিপুৰী, মিকিৰ আদি অসংখ্য ভাষা বিদ্যমান। ইয়াৰ ভিতৰত কোনটো 'উমৈহতীয়া ভাষা' ? বড়ো বা কছাৰী এটা ভাষা ; আৰু 'বড়ো থুল' বুলিলে বড়োৰ লগতে মেচ, লালুং, ডিমাছা, ৰাভা, মিকিৰ আদি একে-লগে পৰে যদিও, সেইবোৰ স্বকীয়া স্বকীয়া ভাষা। গাৰোসকলে, ৰাভাসকলে, মিকিৰসকলে, মণিপুৰীসকলে তেওঁলোকৰ ভাষা বড়ো বুলি স্বীকাৰ কৰিবনে ? আনফালে, শ্ৰীপ্ৰমোদ ব্ৰহ্মই হেনো এখন "বড়ো অভিধান" নিৰ্মাণ কৰি আছে, য'ত তেওঁ দেউৰী-চুতীয়া, মিকিৰ, ডিমাছা, লালুং, ৰাভা আদি ভাষাৰ সকলো শব্দ সুমুৱাই ল'ব লাগিছে। ইয়াৰ অৰ্থ এই হ'লনেকি যে এই ভাষাবোৰ বড়ো ভাষাৰ লগত চামিল হৈ গৈছে ? সেই ভাষা-ভাষীসকলে এইদৰে আত্ম-সন্মান আৰু আত্ম-পৰিচয় জলাঞ্জলি দিব বুলি আমাৰ ভাব নহয়। ভাষাতত্ত্ব-অভিধানতত্ত্বৰ নামত এইবিলাক কি কাৰ্য সংঘটিত হৈছে, তাক বুজা আমাৰ দৰে গ্ৰিয়াৰ্ছন-চট্টোপাধ্যায়-কাকতিৰ তুপাত পঢ়ি পণ্ডিত হোৱা মানুহৰ পক্ষে অসম্ভৱ হৈ উঠিছে। এনে কাৰ্য যদি গ্ৰহণযোগ্য হয়, তেতিয়া হ'লে অসমীয়া, বঙলা, ওড়িয়া, মৈথিল আদি আধুনিক আৰ্য ভাষাৰ শব্দবোৰ আৰু বড়ো-খাছিৰ কিছু শব্দ গোট খুৱাই এখন সুবৃহৎ "অসমীয়া অভিধান" সাজিব পৰা যাব দেখোন !

**আমাক ৰোমান লাগে, কিন্তু গৱেষণাৰ সীমিত পৰিসৰতহে :**

আমাৰ কাৰ্যনিৰ্বাহক সমিতিৰ এটা কথা বুজিবলৈ সিসকলে টান পাইছে :

"কোনো মিছনেৰি অনুষ্ঠান বা কোনো সীমিত পৰিসৰৰ গৱে-ষণাৰ প্ৰতিষ্ঠানে নিজস্ব সাময়িক সুবিধাৰ কাৰণে দুখন বা এখন পুথিত এটা বিদেশী লিপি ব্যৱহাৰ কৰাটোৱে সৰ্বসাধাৰণৰ সুবিধাৰ পথ নিৰ্দেশ নকৰে।"

ইয়াত মিছনেৰি বা গৱেষণাৰ অনুষ্ঠানক সমূলঞ্চে নিন্দা কৰা হোৱা নাই আৰু এই কথাৰ যুক্তি বুজিবলৈও কাৰো কষ্ট হ'ব নালাগে। ১৮৮৪ ছনত শ্বিলঙৰপৰা ছিড্‌নি এণ্ডেলে 'আউটলাইন্ গ্ৰামাৰ অব কছাৰি (বড়) লেংগ্বেজ এজ্ স্পোকেন্ ইন্ ডিস্ট্ৰিক্ট দৰং, আসাম' কিতাপখন প্ৰকাশ কৰিছিল। তাৰপৰা কিন্তু আমি কোনো তৰ্কশাস্ত্ৰমতে ক'ব নোৱাৰোঁ, বড়ো ভাষাৰ আদিম লিপি ৰোমান। এণ্ডেলৰ ইংৰাজী ভাষাত লেখা এইখন কিতাপ বা 'দ্য কছাৰিজ'খন (লণ্ডন ১৯১১), এল্. ও. স্ক্ৰেফছুৰ্ডৰ 'মেচ অৰ্ বড়ো লেংগ্বেজ গ্ৰামাৰ' (১৮৮৯), জে. ডি. এণ্ডাৰ্ছনৰ 'এ কলেক্চন্ অব্ কছাৰি ফকুটেলছ' (১৮৯৫) বা আন কি গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোককথা আৰু জনজাতীয় সংস্কৃতি বিভাগে উলিওৱা শ্ৰীমোহিনীমোহন ব্ৰহ্মৰ সংকলন 'বড়ো-কছাৰি ফকৃথংছ' (১৯৬২) হাতত লৈ এই যুক্তি আগ বঢ়োৱা ভুল হ'ব যে বড়ো ভাষাৰ লিপি ৰোমানহে হ'ব লাগে। এইবোৰ গৱেষণা-গ্ৰন্থ পৃথিৱীৰ কেয়োলুটিৰ বাবে প্ৰস্তুত কৰা বস্তু। ডক্টৰ কাকতিৰ 'এছামিজ্ ইট্‌ছ ফৰ্মেশ্যন্ এণ্ড ডেভেলপ্‌মেণ্ট'কে ধৰি অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি-সম্পৰ্কীয় বহুত গৱেষণা-গ্ৰন্থ ইংৰাজীত আৰু ৰোমান (ডায়েক্ৰিটিকেল মাৰ্ক বা কূট-চিহ্ন দিয়া ৰোমান বা আই. পি. এ.) হৰফত ছপা হৈছে; কিন্তু গ্ৰন্থকাৰসকলৰ এইটো অভিমত নহয় যে অসমীয়া ভাষাৰ লিপি হ'ব লাগে ৰোমান!

১৯০৪ ছনত যদি ইংৰাজ অসম ছৰকাৰে হেনো ৰোমানত ছপোৱা এখন 'কছাৰি ৰিডাৰ' বা এখন 'দ্য কছাৰি গ্ৰামাৰ' উলিয়াই নিম্ন প্ৰাথমিক পঢ়াশালিত চলাইছিল (আমি কিন্তু এই বস্তু দুটা দেখা পোৱা নাই), ডেৰ কুৰি বছৰৰ পিছত তাক বন্ধ কৰি দিয়াৰপৰা এনেটোহে ওলাই পৰে যে কছাৰী ভাষাৰ বাবে ৰোমান কিবা কাৰণত অনুপযুক্ত বিবেচিত হ'ল, আৰু বড়ো ভাষা আৰু ৰোমান লিপি অবিচ্ছেদ্য নহয়।

সৰ্বসাধাৰণ বড়ো ৰাইজ আৰু বিশেষকৈ শিশুসকলৰ কাৰণে আৱশ্যকীয় লিপি এটা বস্তু আৰু পৃথিৱীৰ পণ্ডিতসকলৰ গৱেষণাৰ লিপি আন এটা বস্তু।



জনজাতীয় অঞ্চলৰ প্ৰাথমিক শিক্ষাৰ ভাষা আৰু লিপি সম্পৰ্কে ৰাষ্ট্ৰীয় নীতি কি?

জনজাতীয় অঞ্চলৰ প্ৰাথমিক স্তৰত ভাষাৰ শিক্ষা সম্পৰ্কে ১৯৬৪-৬৬ ছনৰ শিক্ষা আয়োগে (কোথৰী আয়োগ) যি বিশেষজ্ঞ অভিমত দিছে, তাক ঢাকি গুচাব নোৱাৰি। অনুবাদত ব্যতিক্ৰম ঘটাৰ ভয়ত মূল কথাখিনিকে তুলি দিছো: The medium of education in the first two years of the school should be the tribal language and books should be specially prepared in these languages (using the script of the regional language) for use at this stage. During this period, the chilrden should be given oral instruction in the regional language and their familiarity and command over it should be improved. By the third year, the regional language should be the medium of education. যদি আয়োগৰ প্ৰতিবেদনে ৰাষ্ট্ৰীয় শিক্ষানীতি সূচনা কৰে, তেতিয়া হ'লে এইটো স্পষ্ট হ'ল যে প্ৰাথমিক পঢ়াশালিত জনজাতীয় ল'ৰা-ছোৱালীক প্ৰথম দুবছৰ আঞ্চলিক ভাষাৰ (অসমত অসমীয়া) লিপিত জনজাতীয় ভাষা আৰু মৌখিকভাৱে আঞ্চলিক ভাষাটো শিকাব লাগে আৰু তৃতীয় বৰ্ষৰপৰা আঞ্চলিক ভাষাই শিক্ষাৰ মাধ্যম হ'ব লাগে।

দেখা গৈছে, কোনোৱে আয়োগৰ এই মূল ছেদটো অৱজ্ঞা কৰি তাৰ পাদটীকাৰ এআষাৰ কথাৰ অপব্যাখ্যা কৰিবৰ যত্ন কৰিছে। কথাআষাৰ হ'ল Where the Roman script is already being used for tribal languages, the practice may be continued. বড়ো ভাষাত ৰোমান লিপি is already being used বুলি ক'লে (tenseটো মন কৰিব) অসত্যভাষণ হ'ব। গতিকে, সেই ভাষাৰ ক্ষেত্ৰত আয়োগৰ বিহিত exception বা ব্যতিক্ৰমটো প্ৰযোজ্য নহয়, ঘাই ছেদৰ ঘাই বিধিটোহে প্ৰযোজ্য অৰ্থাৎ আয়োগৰ নীতি অনুসৰি অসমীয়া লিপিত বড়ো প্ৰাথমিক শিক্ষা হ'ব লাগে। এই কথাৰ আন ব্যাখ্যা হ'ব নোৱাৰে। আয়োগৰ নামত যদি কোনোবাই দোহাই দিব খোজে, তেতিয়া হ'লে ক'বই লাগিব, আঞ্চলিক ভাষাৰ লিপিয়েই জনজাতীয় ভাষাৰো লিপি।

ভাৰতীয় সংবিধানৰ ৩৪৩ ধাৰাত ১,২ আদি সংখ্যাবোৰ যদি হিন্দী ভাষাৰ মাজত ৰোমান কৰি লিখাৰ বিধান দিয়া হৈছে, হিন্দী বা আন কোনো ভাষাৰ কথাৰ বাবে সেই বিধান দিয়া হোৱা নাই। গতিকে উক্ত ধাৰাত ভেজা দি অসমীয়া বা বঙলা, বড়ো বা মুণ্ডাৰিৰ লিপি ৰোমান হ'ব লাগে বুলি ক'বলৈ যোৱাটো যুক্তিৰ পথৰ কথা নহয়। আথৰ আৰু অঙ্ক দুটা সুকীয়া বস্তু।

বড়োৰ নিজস্ব লিপি ৰোমান বুলি ক'বলৈ কোনোৱে যত্ন এটা কৰা দেখা গৈছে যাতে ভাৰতীয় সংবিধানৰ ২৯ ধাৰামতে তাৰ সেইৰূপে ৰক্ষণাৱেক্ষণ দিব পৰা যায়। অলপ ভাবি চালেই বুজা যাব, এই যত্ন উদ্ভট। ব্যাখ্যা অপ্রয়োজনীয়।

বড়ো ভাষা আৰু ৰোমান লিপিৰ সম্পৰ্কৰ ইমান খন্তেকীয়া, এৰা-ধৰা বুৰঞ্জী আৰু আনফালে বড়ো সাহিত্য সভা আৰু বড়ো ছাত্ৰ সমাজৰ আহ্বানত বড়ো ৰাইজ আন্দোলনত জপিয়াই পৰি নানাভাৱে ক্ষতিগ্ৰস্ত হোৱা দেখি সহজে প্ৰশ্নৰ উদয় হয়, কিহৰ বাবে এই সংগ্ৰাম? কিহৰ বাবে এই ত্যাগ? বড়ো সমাজৰ প্ৰিয় অনেক বস্তু আছে, চিৰ-আৰাধনাৰ অনেক দেৱতা আছে। তাৰ মাজত কোন সূত্ৰে এই ৰোমান বস্তুটো সোমালহি? সেই বিস্ময়ৰ ভাবৰপৰাই অসম সাহিত্য সভাৰ কাৰ্যপালিকাই কৈছিল:

"বিদেশী লিপিৰ লগত অস্বাভাৱিকভাৱে সৰ্বসাধাৰণৰ ভাৱাৱেগ জড়িত কৰাটোও কল্যাণকৰ নহয়।

"বিশেষকৈ, বড়ো ভাষাত ৰোমান লিপি অবিচ্ছেদ্যভাৱে লাগি আছে বুলি কোনোপ্ৰকাৰে ক'ব নোৱাৰি।"

আমি নাজানো, পৃথিৱীৰ কোন অজান চুকত এনেকুৱা 'নিৰপেক্ষ ভাষা-গৱেষক' আছে যি কিঞ্চিৎভাৱেও প্ৰমাণ কৰিব পাৰিব, বড়ো ভাষা আৰু ৰোমান লিপি বহুত শতিকা জুৰি অবিচ্ছেদ্য হৈ চলি আহিছে। গৱেষক হ'লেই নিৰপেক্ষ হ'ব লাগিব; নহ'লে গৱেষণাৰ মূল্যইবা থাকিব ক'ত? গৱেষকে নোহোৱা-নোপজাৰ বুৰঞ্জীতো সৃষ্টি কৰিব নোৱাৰে! আগতে কৰা সিদ্ধান্ত এটা প্ৰমাণ কৰিবলৈ যিসকলে তথাকথিত 'গৱেষণা' কৰে, সেইসকলেই যদি 'নিৰপেক্ষ ভাষা-গৱেষক', আমিনো



আৰু ক'ম কি! কিন্তু বড়োসকলৰ তথা অসমৰ কল্যাণ যি বিচাৰে, সেইসকলে ভাষাৰ নামত ছঁা-জুই খেদি অতনা ৰাইজক অনাহক কষ্টৰ মাজলৈ ঠেলি নিদিয়াটোহে কাম্য!

অবিচ্ছেদ্য বড়ো-অসমীয়া ধ্বনিতত্ত্ব:

আমাৰ স্পষ্ট মত, আৰু ই আমাৰ মতেই নহয়, সত্যৰ উক্তি:

বড়ো ভাষাৰ ধ্বনি-পদ্ধতিৰ লগত যদি পৃথিৱীৰ এটা ভাষাৰ সৰাতো অধিক মিল আছে আৰু বড়ো ভাষাৰ ধ্বনি-পদ্ধতিৰ দ্বাৰা যদি পৃথিৱীৰ এটা ভাষা গভীৰভাৱে প্ৰভাৱিত হৈছে, সেয়া অসমীয়া ভাষা। পৃথিৱীৰ এটা ভাষাৰ শব্দ-সম্ভাৰৰ লগত যদি বড়ো ভাষাৰ ঘন সম্বন্ধ আছে, সিও অসমীয়া ভাষাই। এইবোৰ কাৰণত অসমীয়া-বড়োৰ ভাষাতাত্ত্বিক সম্পৰ্ক তেজৰ সম্বন্ধ-(অৰ্গেনিক ৰিলেশ্যন্)ৰূপে বিদ্যমান।

কিন্তু বড়ো সাহিত্য সভাই এফালে ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায় আৰু ডক্টৰ বাণীকান্ত কাকতিৰ নাম লৈছে, আৰু আনফালে ওপৰৰ কথাখিনি অস্বীকাৰ কৰি কৈছে, "ব্যাপক ধ্বনি-পদ্ধতিত বড়ো ভাষাৰ নিকটতম আৰ্য-গোষ্ঠীৰ ভাষা সংস্কৃতহে, অসমীয়া নহয়। তেনেস্থলতো দেৱনাগৰী লিপিৰেও বড়ো ভাষাৰ ধ্বনি অবিকৃতভাৱে প্ৰকাশ কৰিব নোৱাৰি। অসমীয়া লিপিৰেতো মুঠেই নোৱাৰি।" এইবোৰ বলেৰে কোৱা আচৰিত কথা; ইয়াৰ পাছফালে কোনো ভাষাতাত্ত্বিক জ্ঞান নাই। এইদৰে শূন্যত দলি মৰাৰ অৰ্থ কি, বুজি নাপাওঁ। "ডঃ কাকতিৰ মতে বড়োত দন্ত্য, মূৰ্দ্ধন্য আৰু তালব্য ধ্বনিৰ পৰিবৰ্তে ৰোমানৰ দৰে alveolar ধ্বনিহে বিদ্যমান।"—ভাষা কি, লিপি কি, ধ্বনি কি, তাক সামান্যভাৱেও জনা কোনো লোকে এনে উক্তি কৰিব নোৱাৰে। অৱশ্যে এইটোহে স্পষ্টকৈ ইয়াৰপৰা দেখা পাইছো যে বড়ো সাহিত্য সভাত ভাষাতত্ত্বৰ ক-খ পৰ্যন্ত বুজা বা পঢ়া লোক নাই। নহ'লে চট্টোপাধ্যায় বা কাকতিয়ে কোৱা কথাৰ সম্পূৰ্ণ ওলোটা অৰ্থ কৰি সভাই যিহকে তিহকে নিলিখিলেহেঁতেন। ডক্টৰ কাকতিৰ 'এছামিজ—ইট্‌ছ্ ফৰ্মে শ্যন এণ্ড ডেভেলপমেণ্ট' পুথিৰ কোনটো বাক্যই বড়ো সাহিত্য সভাৰ এই ওলট-পালট কথাবোৰ সমৰ্থন কৰে, কোনো পণ্ডিতে দেখুৱাই দিলে উপকৃত হ'ম। ডক্টৰ গ্ৰিয়াৰ্ছন আৰু ডক্টৰ চট্টোপাধ্যায়ৰ সূত্ৰ ধৰি

ডক্টৰ কাকতিয়ে বিশদভাৱে বড়ো আদি ভোট-ব্ৰহ্ম গোষ্ঠীৰ ভাষাৰ লগত অসমীয়া ভাষা আৰু ধ্বনিৰ সাম্য আৰু অসমীয়া উচ্চাৰণৰ ওপৰত ভোট-ব্ৰহ্ম প্ৰভাৱৰ কথাহে দঢ়াই দঢ়াই কৈছে। তেওঁ ক'তো কোৱা নাই, অসমীয়া-ভাষীয়ে ( তাৰ মাজত বড়োও নিশ্চয় বহুত আছে ) বড়ো শব্দ উচ্চাৰণ কৰিব নোৱাৰে বা অসমীয়া আখৰেৰে বড়ো শব্দ লিখিব নোৱাৰি ! সেইটো অবান্তৰ আৰু অসত্য।

বড়ো সাহিত্য সভাই জানি বা নাজানি যি alveolar-অৰ নাম লৈছে, সেয়ে বড়ো আৰু অসমীয়া ভাষাৰ মিলৰ ঘাই বিন্দু। ডক্টৰ চট্টোপাধ্যায় আৰু ডক্টৰ গ্ৰিয়াৰ্ছনৰ ওপৰত ভিত্তি কৰি কোৱা ডক্টৰ কাকতিৰ কথাত, The cerebrals and dentals, though differentiated in spelling, have both acquired values as alveolars. The loss of distinction and the establishment of alveolar pronunciation has been attributed by Dr Grierson to Tibeto-Burman. The same influence has been postulated in fronting O.I.A. palatals to dental in Assamese by Dr S. K. Chatterji. অসমৰ সংস্কৃত-ভিন্ন ভাষাৰ প্ৰভাৱ অসমীয়া ভাষাই কেনেকৈ সম্বৰণ কৰিছিল, সেই বিষয়ে কাকতিয়ে এক আধ্যা লেখিছে। চট্টোপাধ্যায়ৰ 'দ্য অৰিজিন এণ্ড ডেভেলপমেণ্ট্ অব্ বেংগলি লেংগ্বেজ্' ( ১৯২৬ ) পুথিতো ভোট-ব্ৰহ্ম প্ৰভাৱত অসমীয়াত দন্ত্য-মূৰ্ধন্যৰ ঠাইত দন্ত্যমূলীয় উচ্চাৰণ, চ, ছ, জ, ঝ, ড়, শ-ষ-সৰ বিশিষ্ট উচ্চাৰণ আদি সম্ভৱ হৈছে বুলি কৈছে। বড়ো সাহিত্য সভাই গ্ৰিয়াৰ্ছন, চট্টোপাধ্যায়, কাকতি বা আন যি ভাষা-বিশেষজ্ঞৰে দোহাই দিয়ক, সেই সকলোৱেই কোৱা কথাৰ ওপৰতহে অসম সাহিত্য সভাই ধ্বনিৰ বিষয়ে কোৱা কথাখিনি প্ৰতিষ্ঠিত। সি নিৰ্ভুল। তাৰপৰা আঁতৰি যোৱাটোহে অজ্ঞতাৰ বা বুজিব নোখোজাৰ পৰিচয় হ'ব।

ৰোমানটো সাপ নে বেং নজনাকৈ তাকে লৈ হাহাকাৰ কৰি মৰে কিয় ?

এটা কথা মই স্পষ্টকৈ দেখা পাইছো যে যিসকলে আমাৰ ঘৰৰ লিপিক নিন্দা কৰি ৰোমান লিপিক শেষ শৰণ্য বুলি ভাবে, সেইসকলে সেই লিপিৰ বিষয়ে জানিব লগীয়া সকলো কথা নাজানে। তাৰ



পৰিৱৰ্তে তেওঁলোকে ৰোমান লিপিত মাথোন ছাব্বিছটা আখৰ; লিখা, ছপোৱা সহজ বুলি এটা সস্তীয়া কথাতে সকলো সমাধান হ'ল বুলি ভাবে। ই কল্যাণকৰ কৰ্ম নহয়। বিদেশী লিপি হোৱাটো ৰোমানৰ দোষ বুলি মই নকওঁ। ৰোমান লিপিৰ লগত প্ৰাচীন ফিনিচিয়ানসকলৰ সম্বন্ধ। কোনো পণ্ডিতে কয় যে ফিনিচিয়ানসকল হ'ল বেদত উল্লিখিত পণি-সকলেই আৰু তেওঁলোকেই ভাৰতবৰ্ষৰ পৰা নি পশ্চিম এছিয়া আৰু গ্ৰিচত লেখন-কলা প্ৰচাৰ কৰেগৈ। সেই কথা বাৰু আমাক নালাগে। কিন্তু ৰোমান আখৰ একুৰি ছটাই নহয়—বৰফলা, ৰুফলা, এই দুটা জাততে বাৰন্নটা, তাৰ উপৰি যুক্তাক্ষৰ কেইটামানো আছে আৰু বিভিন্ন দেশত ব্যৱহৃত ৰোমানত দুই-এটা আখৰ আৰু কিছুমান আখৰৰ লগত কিছুমান চিহ্ন আছে। যদিও পৃথিৱীৰ বহুত বহুত দেশত ৰোমানৰ প্ৰয়োগ আছে, এই সকলোবোৰ দেশতেযে লিপিটো অবিকল এটা বস্তু, সেইটো কেতিয়াও নহয়। আই. জে. গেল্বে তেওঁৰ 'এ স্টাডি অব্ ৰাইটিং' পুথিত আঙুলিয়াই দিয়া দৰে বিখ্যাত কছ লেখক চেখভৰ নামটো পৃথিৱীৰ বিভিন্ন ৰোমানত লেখোঁতে প্ৰথম ধ্বনিটো Ch, Tch, C, Tsch, Tsj, Tj, Cz, Cs বা C˘ কৰি, দ্বিতীয়টো kh, ch, k, h বা x কৰি আৰু তৃতীয়টো v, f বা ff কৰি লেখা হয়। ৰোমান লিপি চলা দেশত তাৰ বিপুল সংস্কাৰ ঘটোৱা হৈছে। ফিনসকলৰ ৰোমান লিপি এটা ধ্বনিগত পদ্ধতিত পৰিণত হৈছে। আনফালে ইংৰাজী ভাষাত লেখোঁতে কৌটিকলীয়া বৰ্ণবিন্যাস ৰীতি চলি থকাত ৰোমান লিপি এটা অতি জটিল বস্তু হৈ আছে। মুঠতে, সমস্ত পৃথিৱীত ৰোমান লিপিৰ এক বিৰাট খেলি-মেলিয়ে ৰাজত্ব কৰিছে। আমি সেই খলকনিত আৰু এটা খলক যোগ দি নিজকে প্ৰৱঞ্চনা কৰাৰ বাহিৰে সৰহ কিবা কৰিব পাৰিমনে ?

আধুনিক শ্বৰ্ট হেণ্ড (পিটমেন পদ্ধতিয়েই প্ৰায় সৰ্বত্ৰ চলে, যদিও জৰ্জ্ বাৰ্নাৰ্ড শ্বই তাকো পিটৃফল্ ছিষ্টেম বুলি হাঁহি থৈ গৈছে), জেছপাৰ্ছেনৰ এনাল্ফাবেটিক নোটেশ্যন, পাছিগ্ৰাফিক্ ছিস্টেম আদিয়ে ৰোমানৰ লগত ফেৰ মাৰি সৰ্ব পৃথিৱীৰ গ্ৰাহ্য লিপি হ'বলৈ যত্ন কৰিছে। কিন্তু সেই স্থান অধিকাৰ কৰিব পৰা এটা বস্তুৱেই ওলাইছে। সি হ'ল আই. পি. এ.

( ইণ্টাৰনেশ্যনেল ফোনেটিক এছোচিয়েশ্যন ) বৰ্ণমালা। ৰোমান লিপিৰ ওপৰত প্ৰতিষ্ঠিত এই বৰ্ণমালাৰ বহুল প্ৰয়োগ হ'ব লাগিছে। কিন্তু এই লিপিটো সকলো ভাষাৰ সকলো ধ্বনি সামৰাকৈ চিহ্ন হোৱা নাই। এই লিপিৰে ছপোৱা ছপাখানা ভাৰতত বহুত নহয়।

ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে বৰ্তমান শতিকাৰ চতুৰ্থ দশকত 'ভারতের ভাষা ও ভাষা-সমস্যা' নামে বিশ্বভাৰতীৰ বিশ্ববিদ্যাসংগ্ৰহ ছিৰিজত উলিওৱা পুথিত আৰু ইংৰাজীত লেখা একে বিষয়ৰ অক্সফোৰ্ড পুস্তিকাত ভাৰতীয় ভাষাৰ আন সমস্যাৰ মাজত লিপিৰ সমস্যাটোও থিয় কৰে। এই বিশ্বৰেণ্য ভাষাতত্ত্ববিদগৰাকীয়ে সমস্যাটোৰ সমাধানকল্পে ভাৰতীয় সকলো ভাষাৰ বাবেই ৰোমান লিপি গ্ৰহণ কৰাৰ প্ৰস্তাৱ দাঙি ধৰে। কিন্তু বড়ো সাহিত্য সভাই বাৰে বাৰে নাম উল্লেখ কৰা এই পণ্ডিতজনে কেনেকুৱা ৰোমান লিপিৰ বিধান দিছে, সেই কথাৰ বোধ হয় সভাই বৰকৈ খবৰ ৰখা নাই। চট্টোপাধ্যায়ে ১৯৩৫ চনৰ কলিকতা বিশ্ববিদ্যালয়ৰ 'জাৰ্নেল অব দ্য ডিপাৰ্টমেণ্ট্ছ অব্ লেটাৰ্ছ'ত 'এ ৰোমান এল্ফাবেট্ ফৰ্ ইণ্ডিয়া' নামে এটা প্ৰবন্ধত ভাৰতীয় ভাষাৰ কাৰণে ৰোমান লিপিৰ লগতে কিছুমান 'সূচক-চিহ্ন বা নিশানী-এ-আলামৎ' ব্যৱহাৰ কৰাৰ পৰামৰ্শ দিয়ে—দীৰ্ঘ স্বৰ বুজাবলৈ [:], মূৰ্ধন্য বুজাবলৈ ['], তালব্য বুজাবলৈ [´], অনুনাসিক বুজাবলৈ এটা ইটালিক *n* আখৰ কিম্বা স্বৰটোৰ আগত [~], বৰফলা বুজাবলৈ [*]; তদুপৰি শাৰীৰ ওপৰত ফুট [˙] দি অন্য অৰ্থ সূচনা কৰিব পাৰি। ডক্টৰ চট্টোপাধ্যায়ৰ মত সৰ্ববাদীসম্মত বুলিটো আমি এতিয়াও ক'ব পৰা হোৱাই নাই, তাক পণ্ডিতসকলে বিশেষ বিচাৰ কৰিছে বুলিও ক'ব নোৱাৰি। আনকালে তেওঁৰ নিজ ঘৰৰ বঙালী সাহিত্যিকসকলৰ মাজতে এই মত লৈ তেওঁ অপ্ৰিয়। যিবোৰ জনজাতীয় ভাষাই ৰোমান লিপি ব্যৱহাৰ কৰি আছে, সিবিলাকৰ পদ্ধতি সুকীয়া সুকীয়া। গতিকে ৰোমান লিপি এটা জনজাতীয় ভাষাই ল'লে বুলিয়েইযে আন এটা জনজাতীয় ভাষাৰে সংগতি ৰাখিব পাৰিব, ই দুৰূহ কল্পনা।

ইণ্ডোলজিস্ট বা ভাৰততত্ত্ববিদ পণ্ডিতসকলে বিশেষকৈ ইংৰাজী মাধ্যমত লিখা পুথিৰ সংস্কৃত, পালি, প্ৰাকৃত আৰু আন ভাৰতীয় ভাষাৰ



পাঠত কোনো কোনো ক্ষেত্ৰত ৰোমান হৰফ মুকলিভাৱে ব্যৱহাৰ কৰা হৈ আহিছে যোৱা শতিকাৰেপৰা আৰু সম্ভৱতঃ আগলৈও হৈ থাকিব। এইবোৰ পুথিৰ ৰোমান এক নিজস্ব ৰূপ, পৃথিৱীৰ ক'ৰো ৰোমানৰ লগত তাৰ সাম্য নাই। ডায়েক্ৰিটিকেল মাৰ্ক বা বিশেষীকৰণ চিহ্ন ব্যৱহাৰ কৰি হ্ৰস্ব-দীৰ্ঘ, দন্ত্য-তালব্য-মূৰ্ধন্য, অনুনাসিক আদি বিশেষত্ব প্ৰাঞ্জলকৈ বুজাবৰ ক্ষমতা এই ৰোমানৰ আছে। কিন্তু সৰ্বসাধাৰণ আৰু শিশুৰ বাবে ইয়াক উপযোগী বুলি ক'ব নোৱাৰি আৰু ছপাৰ বাবেও ই ইমান জটিল যে আমাৰ দেশৰ নিতান্ত কম ছপাখানাৰহে ইয়াক ছপোৱাৰ বন্দবস্ত আছে। সেই বাবেই বড়ো বা অসমীয়াৰ বাবে ইয়াৰ প্ৰয়োগৰ কথা ভাবিব নোৱাৰি।

বিশেষকৈ বিদেশী মিছনেৰিসকলৰ উদ্যোগত নিজৰ লিপি নথকা পূৰ্বৰ অসমৰ জনজাতিসমূহৰ ভাষাৰ বাবে ৰোমান লিপি প্ৰয়োগ কৰা হৈ আহিছে। খাছি, গাৰো, লুছাই, আও, আংগামি আদি ভাষাত খ্ৰীষ্টিয়ান সাহিত্য আৰু স্কুল-কলেজৰ পাঠ্য আদিও ৰোমান লিপিত ছপা হৈ আহিছে। কেইবাটাও জনজাতীয় ভাষা স্নাতক মহলা পৰ্যন্ত বিশ্ববিদ্যালয়ত পঢ়ুওৱাও হৈ আহিছিল। কিন্তু এইবিলাক ভাষাত সৌন্দৰ্য আৰু শক্তি থকা একোটি সাহিত্য এতিয়াও হৈছে বুলি ক'ব নোৱাৰি। আনফালে অসমীয়া-বঙলা লিপি গ্ৰহণ কৰা সম-গোষ্ঠীৰ ভাষা মৈতৈ বা মণিপুৰীত এক পুৰঠ সাহিত্য হৈছে। এই সাহিত্যৰ পৃষ্ঠভূমিত আছে মণিপুৰীসকলৰ বৈষ্ণৱ ধৰ্ম-সংস্কৃতি। "বড়ো জাতিৰ শতকৰা ২/৩মানহে খৃষ্টান। শতকৰা ৯৮জনেই হিন্দু।" যদি তেওঁলোকে হিন্দু ধৰ্ম আৰু ভাৰতীয় সংস্কৃতিৰপৰা জীপ গোটাই নিজকে আধুনিক সাহিত্য-সংস্কৃতি-সম্পন্ন এটি গোট কৰি তুলিব খোজে, তেতিয়া হ'লে মণিপুৰীসকলৰ দৰেই হিন্দু ধৰ্ম আৰু ভাৰতীয় সংস্কৃতিৰ গ্ৰন্থবোৰ অধ্যয়ন কৰাৰ সুবিধা ৰাখিব লাগিব আৰু অসমীয়া-বঙলা উভয় ভাষাৰপৰা আৰু লগতে সংস্কৃতৰপৰাও আঁতৰি থকা অৱস্থা তেওঁলোকৰ হ'ব নালাগিব। এনে স্থলত অসমীয়া আৰু বঙলা ভাষাৰপৰা বড়োসকলক আঁতৰাই পেলোৱা ৰোমান লিপিৰ পৰিকল্পনাই দূৰদৃষ্টিৰ অভাৱহে সূচনা কৰে। সেই পৰিকল্পনাত আনফালে একাডেমিক বা বিদ্যাভিত্তিক বিচাৰবো অভাৱ লক্ষ্য কৰিলে

তাৰ আঁৰত ৰহস্যজনক আন কিবা কাৰণ থাকিব পাৰে বুলি সন্দেহ হোৱা স্বাভাৱিক। ৰোমান লিপি লোৱাৰ লগে লগে ৰামায়ণ-মহাভাৰতৰ পৰা ৰবীন্দ্ৰনাথ, বেজবৰুৱা, বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনা-ৰাজিৰ ফালে বড়ো ল'ৰা-ছোৱালীৰ এখন আঁৰকাপোৰ পৰিব।

অসমীয়া-ভাষী বড়ো-ভাষী একে হোৱাত বা বহুত যুগ ধৰি একেলগে বসতি কৰাৰ ফলত দুই ভাষাৰ শব্দ-সম্ভাৰৰ বিনিময় ঘটিছে। নিতান্ত বড়ো শব্দ গঠন কৰি নতুন জগতৰ জ্ঞান-বিজ্ঞানৰ সকলো ভাব প্ৰকাশ কৰা টান হ'ব। এনে ক্ষেত্ৰত আগৰ বড়োৱে অসমীয়া ভাষাৰপৰাই ধাৰ কৰি আহিছে। অসমীয়া ভাষাই নিৰ্ভৰ কৰিছে সংস্কৃতৰ ওপৰত। গতিকে, বড়ো-অসমীয়াৰ অতি ঘনিষ্ঠ সম্পৰ্ক বড়োৰ বাবেই বাঞ্ছনীয়।

"দেৱনাগৰী লিপিৰেও বড়ো ভাষাৰ ধ্বনি অবিকৃতভাৱে প্ৰকাশ কৰিব নোৱাৰি। অসমীয়া লিপিৰেতো মুঠেই নোৱাৰি।"—ক'ব লাগে কাৰণেই কোৱা এনে কথাত কোনো প্ৰকাৰৰ ধ্বনিতাত্ত্বিক জ্ঞানযে নাই, সহজে বুজিব পাৰি। 'মাত্ৰ ২৬টা বৰ্ণৰ' ৰোমানত বড়ো ধ্বনিবোৰৰ সকলো কেনেকৈ ওলায়, সেই সম্পৰ্কে আজিও আমি কাৰোপৰা একো শুনা নাই!

নিজা অসমীয়া-বঙলা লিপিয়ে কি জগৰ লগালে?

বড়ো সাহিত্য সভাৰ দ্বাৰা উচ্চ-প্ৰশংসিত কোঠৰী আয়োগৰ প্ৰতিৱেদন অনুসৰি জনজাতীয় অঞ্চলত জনজাতীয় ভাষা-শিক্ষাৰ লিপি হ'ব লাগে আঞ্চলিক ভাষাৰ লিপি অৰ্থাৎ বড়ো ভাষাৰ ক্ষেত্ৰত অসমীয়া লিপি। তাকে আমি বুলিছো অসমীয়া-বঙলা লিপি।

বড়ো ভাষাত অসমীয়া লিপিয়েই ইমানদিনে সদৰীকৈ চলি আহিছিল। বড়ো পাঠ্য পুথিৰ উপৰিও 'বিবাৰ', 'নায়ক' আদি পত্ৰিকায়ো অসমীয়া লিপি লৈ কোনো আহুকাল পোৱা নাছিল। আজি হঠাতে সেই আহুকাল কিয় ওলাল? 'বড়ো ভাষাৰ ধ্বনি অবিকৃতভাৱে প্ৰকাশ কৰিব···অসমীয়া লিপিৰেতো মুঠেই নোৱাৰি'—এয়া 'বিবাৰ' আদিয়ে নজনা, আমিও নজনা নতুন তথ্য! একেবিলাক মানুহৰ মুখতে যুগ যুগ ধৰি অসমীয়া আৰু বড়ো ভাষা ওলাই আহিল। আজি কেনেকৈ নোলোৱা হ'ল? গ্ৰিয়াৰ্ছ'ন, চট্টোপাধ্যায়, কাকতিয়ে (যাৰ ভাষাতাত্ত্বিক



জ্ঞানৰ ওপৰত ভিত্তি কৰি বড়ো সাহিত্য সভাই তেওঁলোকৰ তত্ত্ব থিয় কৰিবলৈ বিচাৰিছে) বাৰে বাৰে অসমীয়াৰ ওপৰত বড়ো আদি ভোট-ব্ৰহ্ম গোষ্ঠীৰ ভাষাৰ প্ৰভাৱ আৰু দুয়োপ্ৰকাৰ ভাষাৰ সাম্যৰ কথা কৈ গৈছে। সিসকলৰ প্ৰতিষ্ঠিত তত্ত্ব ল'ৰা-ধেমালিত লুটিয়াই পেলাবলৈ ওলোৱাটো নিতান্ত অন্যায় কাৰ্য।

আমি কিন্তু এটা কথা লক্ষ্য কৰিছো—ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, জে. বাৰ্টন-পেজ, আৰ্. বাৰ্লিং, ডি.এন্. শঙ্কৰ ভাট আদি যিসকলে বড়ো ভাষাৰ আধুনিকতম গৱেষণা-কাৰ্যত লাগি আছে, সিসকলৰ নাম ৰোমান-পন্থীসকলে নাজানে বা লোৱা নাই। সিদিনা সদৌ গুৱাহাটী বড়ো ছাত্ৰ সন্থাৰ সঁজাতী দল এটি মোৰ কাষলৈ যাওঁতে শঙ্কৰ ভাটৰ 'বৰো ভকেবুলেৰি' কিতাপখন দেখুৱালো; ইতিপূৰ্বে সিসকলে পুথিখন দেখাই নাই। ভাষাবিজ্ঞান পৰিহাৰ কৰি ভাষাৰ বিষয়ে মাত দিবলৈ যোৱাও হাস্যস্কৰ কথা হয়। ভাষা কি, আন সকলো বিষয়ৰে শেষ কথাবিলাক পণ্ডিতসকলৰ কোনে ক'ত কৈছে, তাক এৰাই বৈজ্ঞানিক আলোচনা হ'ব নোৱাৰে। বড়ো ধ্বনি বিশ্লেষণ কৰি এই পণ্ডিতসকলে দেখুৱাইছে, বড়োত ১৬টা ব্যঞ্জন আৰু ছটা স্বৰধ্বনি (ফোনিম্) আছে। সেই সকলোবোৰ অসমীয়া ভাষাৰ অচিনাকি নহয়, আৰু অসমীয়া লিপিৰে সিহঁতক পৰ্যাপ্তভাৱে প্ৰকাশ কৰিব পাৰি আৰু কৰা হৈ আহিছে। 'অসম সাহিত্য সভাৰ বড়ো অসমীয়া ধ্বনি সম্পৰ্কীয় মতামত তেনেই অমূলক আৰু আক্ৰোশপূৰ্ণ' বুলি ক'লেই ধ্বনিতত্ত্বৰ কথা ওৰ নপৰে। গালিৰে তত্ত্ব ওফৰাব নোৱাৰি।

অসমীয়া-বঙলা লিপিৰ যিবোৰ হৰফ বড়োত প্ৰয়োজনীয় নহয়, বড়ো শিকা শিশুৰ বাবে অন্ততঃ সেইখিনি সহজে বাদ দি যাব পাৰি। আনকালে বড়োত যুক্তাক্ষৰবোৰৰো সকলোখিনিৰ দৰকাৰ নহ'ব; অসমীয়াতেই সকলোৰে প্ৰয়োগ নঘটে। যুক্ত ব্যঞ্জন ধ্বনি থকাৰ ক্ষেত্ৰতো যুক্তাক্ষৰ এৰাই যোৱাৰ উপায় উদ্ভাৱন কৰিব পাৰি। ব্ৰাহ্মী লিপিৰ প্ৰথমৰপৰাই প্ৰতিটো ধ্বনিৰ বাবে একোটা আখৰ চলোৱাৰ যত্ন দেখা যায়। স্বৰান্ত ব্যঞ্জন, যুক্ত ব্যঞ্জনৰ প্ৰতিটো একোটা গোট গোট আখৰ কৰি লেখা হৈছিল। অন্ততঃ খ্ৰীস্টপূৰ্ব তৃতীয় শতিকাৰপৰা ভাৰতীয় বুদ্ধিয়ে

নানা পৰিৱৰ্তনৰ মাজেদি এনে ব্যৱস্থাত অসুবিধা পোৱা নাছিল। ধ্বনি আৰু বৰ্ণৰ মাজত প্ৰতিষ্ঠিত এই সম্বন্ধৰ প্ৰকৃততে বৈজ্ঞানিক ভিত্তিও বৰ্তমান। শিশুৱে পোনতে আয়ত্ত কৰাৰ অসুবিধাৰ বাহিৰে আন লেঠা তাৰ নাছিল। কিন্তু আজি আমি যন্ত্ৰৰ যুগত টাইপৰাইটাৰ, লাইনোটাইপ, মনোটাইপৰ সুবিধা ল'বৰ বাবে যুক্তাক্ষৰৰ (ব্যঞ্জন-স্বৰ, ব্যঞ্জন-ব্যঞ্জন) লগত কাজিয়া কৰিবলৈ ধৰিছো; আৰু ভয়ত ভুগিছো, আমি কেনেবাকৈ বহুত যুগ পিছ পৰি যামবা! অসমীয়াত যুক্তাক্ষৰৰ সৰলীকৰণ আৰম্ভ হৈছে। যুক্ত বৰ্ণৰ মাজত হসন্ত চিন দি বা নিদিয়াকৈ বা এটা হৰফ সৰু কৰি লেখি যুক্তাক্ষৰৰ লেঠাটো বড়োত পোনৰেপৰা এৰোৱা একো টান কথা নহয়।

যদি কোনোৱে কয়, অসমীয়া-বঙলা লিপিক পৰিৱৰ্তন-পৰিৱৰ্ধন কৰি বড়োৰ সকলো ধ্বনিৰ বাবে প্ৰকাশ-সক্ষম, উপযোগী কৰিলেও তেওঁৰ গ্ৰহণীয় নহ'ব, তেতিয়া হ'লে বুজিব লাগিব, অপৰাধ লিপিৰ গাত নহয়, গ্ৰহণ নকৰাজনৰ গাতহে। সেই ক্ষেত্ৰত সেই অগ্ৰাহকক ভাষাতত্ত্ব-লিপিতত্ত্বৰ ফালৰপৰাও দিব লগীয়া একো নাথাকেগৈ। আমি দেখাত অসম চৰকাৰৰ ফালৰপৰা এই দিশতে কিন্তু অলপ কাম কৰা হ'ব পাৰে। অসমৰ আৰু অসমৰ বাহিৰৰ পণ্ডিতজন-স্বীকৃত ভাষাতত্ত্ব-বিশেষজ্ঞ কেইজনমানক লৈ কোথৰী আয়োগৰ প্ৰতিবেদনৰ সংশ্লিষ্ট পৰামৰ্শৰ লগত সংগতি ৰাখি বড়োৰ বাবে অসমীয়া লিপিৰ ৰূপ নিৰূপণ কৰিবলৈ এখনি সমিতি কৰ্তৃপক্ষই সংগঠন কৰিব পাৰে। মন কৰিব লগীয়া যে বড়ো সাহিত্য সভাই কোথৰী আয়োগৰ আৰু একাডেমিক, ফোনেটিকেল বিচাৰৰে পক্ষপাতী হৈ দোহাই দিছে।

অসমৰ শাসকীয় ভাষা হিচাপে প্ৰশাসন-কৰ্মত আৰু আঞ্চলিক ভাষা-ৰূপে শিক্ষা-ক্ষেত্ৰত অসমীয়া ভাষাক বড়ো সাহিত্য সভাই কি দৰত গণনা কৰিছে, স্পষ্টকৈ বুজা নাযায়। যোৱা ১২ আগস্টত প্ৰধান মন্ত্ৰীৰ হাতত দিয়া স্মাৰক পত্ৰত সভাই বড়ো ভাষাৰ কাৰণে ৰোমান লিপি বিচৰাৰ লগতে স্কুলবোৰত হিন্দীক শিক্ষণীয় তৃতীয় ভাষা হিচাপে আৰু বিশ্ববিদ্যালয় পৰ্যায়ত ইংৰাজীক মাধ্যম-ৰূপে দাবী কৰিছে। ই আমাৰ-পৰা ভিন্ন এক সুৰ। ২১ অক্টোবৰত 'দৈনিক অসম'ত প্ৰকাশিত বিবৃতিত সভাই কৈছে, 'বড়োসকলে অসমীয়া কিয়, তেওঁলোকৰ সমুখত পোৱা যি কোনো ভাষাকেই কয় আৰু শিকে। সেই বাবেই বড়ো সাহিত্য সভাই কেতিয়াবাই অসমীয়া ভাষাক "বাধ্যতামূলক ওপৰঞ্চি ভাষা" বিষয় হিছাপে বড়ো ল'ৰা-ছোৱালীক শিকোৱাৰ দাবী জনাই আহিছে।' এই দুইটা উক্তি বৰ্তমানৰ লিপিৰ প্ৰসংগত বিচাৰ্য। কাৰণ, ইমান দিনৰ



নিজৰ এটা ভাষা আৰু নিজৰ এটা লিপি এবাৰ মনোভাৱ যেতিয়া হঠাতে হৈছে, সেই মনোভাৱতেই কিবা এফেৰি ব্যতিক্ৰম সোমাইছে। এই অসমন্বয়ী মনোভাৱ কাৰো বাবেই কল্যাণকৰ নহয়। এই আঁহ ফলা ভাবৰ বাবে হয়তো ইতিহাস দায়ী, হয়তো সমাজ দায়ী। কিন্তু য'ত আমাৰ ত্ৰুটি ৰৈ গৈছে বা সোমাইছে, তাক আমি নিজে বাছি-বিচাৰি গুচাই ল'ব লাগিব। আমাৰ ত্ৰুটি গুচিলে, সমন্বয়-বিৰোধী মনোভাৱ গুচিলে, আমি নিশ্চয় দেখা পাম, আমাৰ যি আছে, সি ভাল, আৰু তাৰ বেয়াখিনি নিকাই লোৱাৰ ভাৰো আমাৰ ওপৰতে। লিপিৰ জেঙাটোও মনোভাৱতেহে। মনোভাৱ পৰিষ্কাৰ হ'লে জেঙা নাথাকিব।

বড়ো-অসমীয়াসকলে আন অসমীয়াৰ দৰেই অসমীয়া ভাষাৰ চৰ্চা আৰু তাৰ হকে আশাশুধীয়াভাৱে যুঁজ কৰি আহিছে। তাক আজি পাহৰিব কোনে? কাৰ্যনিৰ্বাহকৰ প্ৰস্তাৱত ক'ব লগা বিচৰা হৈছে আৰু এতিয়াও পৰিষ্কাৰকৈ কওঁ যে বড়ো ভাষাৰ কল্যাণ আমাৰ সকলোৰে কাম্য। সেই দৃষ্টিৰপৰাহে অসম সাহিত্য সভাই নিজৰ বক্তব্য দাঙি ধৰিবলৈ বিচাৰিছে আৰু ভাষাতাত্ত্বিক বিচাৰত ৰোমান লিপিৰ গ্ৰহণ সেই কল্যাণৰ পথ নহয় বুলি বিশ্বাস কৰি স্পষ্ট মত ব্যক্ত কৰিছে।

মহেন্দ্ৰ বৰা

# অসমৰ জনজাতীয় ভাষাৰ লিপি

## ০.০০ ॥ উপক্ৰমণিকা

০.১০ ॥ সৰ্বমুঠ ১৭৯ টা ভাষা আৰু ৫৪৪ টা উপভাষাৰে সৈতে ভাৰতবৰ্ষ মানুহৰ বিচিত্ৰ বাণীভংগীৰ এক বিশাল যাদুঘৰ। কিন্তু তাৰ তুলনাত লিপিপদ্ধতিৰ বৰ্ণালী অত্যন্ত সংকীৰ্ণ। আন কি, সংবিধানৰ ৮ম অনুসূচীত সংকলিত চৈধ্যটা ভাষাৰো প্ৰত্যেকৰে লিপি-পদ্ধতি একান্তৰূপে বিশিষ্ট নহয়। মৰাঠী আৰু হিন্দী ভাষাৰ লিপি একেই দেৱনাগৰী। অসমীয়া আৰু বাংলা ভাষাৰ লিপিও সামান্য প্ৰভেদ সত্ত্বেও উমৈহতীয়া। ইয়াৰে পটভূমিত ইতিমধ্যে বিকশিত হৈ উঠা মৈথিলী ভাষা আৰু মণিপুৰী ভাষাই ক্ৰমে দেৱনাগৰী আৰু অসমীয়া-বাংলা লিপিকেই নিজৰ বুলি গ্ৰহণ কৰিছে। ত্ৰিপুৰী ভাষায়ো মণিপুৰৰ আদৰ্শকে অনুসৰণ কৰিছে। আনহাতে, অৰুণাচলৰ আৰু নগালেণ্ডৰ ভাষাৰ কাৰণে ক্ৰমে দেৱনাগৰী আৰু ৰোমক লিপি গৃহীত হৈছে। সেইদৰে, মিজোৰাম আৰু মেঘালয়ৰ ভাষাবৰ্গয়ো ৰোমক লিপিকে সাদৰি লৈছে।

০.২০। অসমৰ ভৈয়াম অঞ্চলৰ প্ৰায় প্ৰতিটো জন-জাতিৰে একোটাকৈ নিজস্ব ভাষা আছে। এই ভাষাসমূহ বিকশমান অৱস্থাৰ বিভিন্ন পৰ্যায়ত আছে। এতিয়ালৈকে অন্ততঃ তিনিটা ভাষাই—বড়ো, মিচিং আৰু ৰাভা ভাষাই—অসমীয়া লিপিৰেই মুখৰ ভাষাক কাকতৰ ভাষা কৰি কাম চলাই আছিল। এতিয়া তাৰে প্ৰথম ভাষাটোৱে অসমীয়া লিপি বৰ্জন কৰি ৰোমক লিপি গ্ৰহণ কৰাৰ সপক্ষে এই ভাষাভাষীসকলৰ সাহিত্য সভাখনে সিদ্ধান্ত লৈছে। দ্বিতীয়টো ভাষাই অলপ দঁৰক লৈ চিন্তা কৰিছে, কিবা নতুন লিপি ল'ব নে অসমীয়া লিপিকেই সংস্কাৰ কৰি লোৱা ভাল হ'ব! সন্দেহ নাই, মেঘালয়ৰ খাছি আৰু গাৰো, মিজোৰামৰ মিজো আৰু



পশ্চিম বংগৰ চাওঁতালী ভাষাই ৰোমক লিপিক সুৱাগুৰি তুলি অনাৰ সিদ্ধান্তই জনজাতীয় অন্যান্য ভাষাকো ছুই যোৱাৰ সম্ভাৱনা এটা নোহোৱা নহয়। গতিকে, অসমৰ প্ৰতিটো জনজাতীয় ভাষাৰে প্ৰয়োজনীয়তা খৰচি মাৰি আলোচনা হ'ব লাগে। ক'ৰবাত যদি কিবা ছিদ্ৰ আছে, সিবিলাকৰো ভু-ভা ল'ব লাগে। সেয়ে হ'লে, এটা সম্পূৰ্ণ বিদ্যায়তনিক প্ৰশ্নই সময়ত ৰাজনৈতিক প্ৰশ্নলৈ ৰূপান্তৰিত হোৱাৰ সম্ভাৱনা ৰোধ কৰিব পৰা যাব।

০.৩০ ॥ আলোচনাৰ দুৱাৰদলিতে এইষাৰ কথা সকীয়াই থোৱা ভাল, ভোট গ্ৰহণ কৰি কোনো ভাষাৰ কাৰণে কোনো বিশেষ লিপি নিৰ্ণয় কৰিব নোৱাৰি। লিপি বোলা বস্তুটো ভাষাৰ অন্তঃশক্তিৰপৰা নিজে নিজে বিকশিত হৈ উঠা বস্তু। একেই ব্ৰাহ্মী লিপিৰ বিভিন্ন শৈলীৰ বিৱৰ্তনৰ ইতিহাসো সেইটোৱেই। সেয়ে নহ'লে, বাছি লোৱাৰ প্ৰশ্ন উঠে। তাকে এনেদৰে বাছি ল'ব লাগিব, যাতে তাৰ ধৰণ-কৰণ, চাল-চলন ভাষাটোৰ আপোন চৰিত্ৰৰ লগত ৰজিতা খাই পৰে। স্বীকাৰ কৰিব লাগিব, কোন ভাষাৰ লিপি কি হ'ব—সেই বিষয়ে মতামত প্ৰকাশ কৰাৰ অধিকাৰ মূলতঃ সেই ভাষাভাষী লোকৰহে আছে। কিন্তু, বিশেষজ্ঞৰ পৰামৰ্শ গ্ৰহণ সদায়েই সমীচীন। তদুপৰি, বন্ধুজনৰ পৰামৰ্শ-গ্ৰহণো বাঞ্ছনীয়। মাথোন বন্ধুত্বৰ চোতালত স্বাৰ্থৰ ছাঁ নপৰিলেই হ'ল। ভাষান্তৰত ক'বলৈ হ'লে সংশ্লিষ্ট ভাষাভাষী লোকৰ বাহিৰেও প্ৰতিবেশীৰো মতামত প্ৰকাশৰ এক বিশেষ ধৰণৰ নৈতিক অধিকাৰ আছে। বিংশ শতিকাৰ কোনো সমাজেই কাৰোপৰা বিচ্ছিন্ন নহয়। বৃহত্তৰ সমাজৰ কল্যাণবুদ্ধিৰে উদ্বুদ্ধ হৈ সম-পৰ্যায়ৰ সমাজক পাৰস্পৰিক উন্নতি বিধানৰ অৰ্থে উভয়ে উভয়ক পৰামৰ্শ দান কৰাৰ অধিকাৰ আধুনিক সমাজবিজ্ঞানে স্বীকাৰ কৰি লৈছে। সংশ্লিষ্ট দুয়োখন সমাজ যেতিয়া সংস্কৃতি আৰু লোক-বিতৰণৰ পৰ্যায়ত কেৱল প্ৰতিৱেশীয়েই নহয় আন্তৰ্ভেদ্য ৰূপৰ হয়, তেতিয়া সি অনিবাৰ্য দায়িত্ব ৰূপেই উপস্থিত হয়। অৱশ্যে, সেই দায়িত্ব পালনৰ ফলশ্ৰুতি গ্ৰহণ-বৰ্জনৰ প্ৰশ্নটো সুকীয়া। কাৰণ, কোনেও কাৰো ওপৰত একোৰে বোজা জাপি দিব নোৱাৰে।

## ১.০০ ॥ আদৰ্শ লিপি

১.১০ ॥ যিটো লিপিয়ে চকুৰ আগত নথকাকো কণ্ঠৰ সকলোখিনি কথা ধ্বনিৰ আঁৰ নোহোৱাকৈ ৰেখাৰ ভাষাৰে ক'ব পাৰে, সেইটোৱেই আদৰ্শ লিপি। কথাৰ ভাষাত ধ্বনিত গতি আৰু যতিৰ সূক্ষ্মাতিসূক্ষ্ম ছায়াৰূপ, প্ৰতিটো বিশিষ্ট ধ্বনিৰ মান্য উচ্চাৰণ আৰু সেই উচ্চাৰণৰ সুৰ-বৈশিষ্ট্য ভাঁজ নোহোৱাকৈ প্ৰকাশ কৰিব পৰা লিপিয়েই আদৰ্শ লিপি। তোলনীয়া লিপিৰ ক্ষেত্ৰত মন কৰিব লগীয়া যে, সেই লিপি যিবোৰ ভাষাত বহুল প্ৰচলিত, সিবোৰে প্ৰতীক-বিশেষত স্থায়ী ৰূপ দিয়া ধ্বনি-মূল্যক আন এটা ভাষাৰ উপযোগী কৰি তুলিবলৈকে পৰিৱৰ্তন কৰি লোৱাটো বিজ্ঞানসম্মত নহয়। একমাত্ৰ বিকল্প হ'ল বিশেষাৰ্থক কূট-চিনৰ প্ৰয়োগ। কিন্তু, কূটচিনৰ বাহুল্যেৰে কণ্টকিত লিপি ভাষা-তত্ত্ববিদৰ কাৰণে গ্ৰহণীয় হ'লেও বৃহত্তৰ জনসমাজৰ কাৰণে আদৰ্শ লিপি বুলি গৃহীত হোৱাৰ সম্ভাৱনা ক্ষীণ। ইয়াৰ পৰিৱৰ্তে বৰং অন্য কোনো বিকল্প পথ গ্ৰহণ কৰাটো বহু বেছি আদৰ্শনীয়।

১.২০ ॥ নিজস্ব লিপি নথকা ভাষা এটাৰ কাৰণে অন্য ভাষাত প্ৰচলিত কেইবাটাও লিপিৰ ভিতৰৰপৰা সেই লিপিটোৱেই বাচি লোৱা উচিত, যিটো লিপিত চকু আৰু কাণৰ মাজত বিবাদৰ সম্ভাৱনা আটাইতকৈ কম। এই বিবাদ কেইবাপ্ৰকাৰেও সংঘটিত হ'ব পাৰে। (১) ধ্বনিপুঞ্জৰ পাৰম্পৰ্য আৰু বৰ্ণসমাৱেশৰ বিন্যাসত প্ৰত্যাশিত মিলৰ অভাৱ; (২) বিভিন্ন শব্দৰ আধাৰত বৰ্ণবিশেষৰ ধ্বনিৰূপৰ অনিশ্চয়তা; আৰু (৩) লিপিবিশেষত পৰিচ্ছন্ন ৰূপত নথকা ধ্বনিৰ প্ৰয়োজনত অনাৱশ্যকীয় বৰ্ণৰ সংযোজন। উল্লেখযোগ্য যে, পৃথিৱীৰ কোনোটো লিপিয়েই এই বিবাদৰপৰা সম্পূৰ্ণৰূপে মুক্ত নহয়। এই ফালৰপৰা চালে, ফাৰ্চী লিপি-য়েই চকু আৰু কাণৰ বিবাদৰপৰা আটাইতকৈ বেছি মুক্ত। কিন্তু, বৰ্তমান আলোচ্য-বিষয়ৰ সন্দৰ্ভত তাৰ বিস্তাৰিত আলোচনা নিষ্প্ৰয়োজন।

১.৩০ ॥ মনোনীত লিপিটো এনে হোৱা বাঞ্ছনীয়, যি লিপি ধ্বনি-ৰূপায়ণত স্বল্পবিস্তীৰ্ণ, দ্ৰুতলিখনৰ অনুকূল আৰু সৌন্দৰ্যমণ্ডিত হোৱাৰ উপৰিও আধুনিক যন্ত্ৰ-সভ্যতাৰ সুযোগ গ্ৰহণৰ প্ৰতি উন্মুখ হৈ ৰ'ব। টাইপ-



ৰাইটাৰ, প্ৰিন্টিং-মেচিন, টেলিগ্ৰাফ আৰু টেলিপ্ৰিণ্টাৰ--যন্ত্ৰ-সভ্যতাৰ এই-কেইটা দিশৰ লগত লিপিৰ সম্পৰ্ক গৌণ যদিও যথেষ্ট গভীৰ। সময় আগ বাঢ়ি যোৱাৰ লগে লগে সেই সম্পৰ্ক গভীৰৰপৰা গভীৰতৰ হৈ উঠিব।

## ২.০০ ৰোমক লিপিৰ গুণাগুণ

২.১০ ॥ ৰোমক লিপি নামেৰে পৰিচিত লিখনপদ্ধতিৰ বৰ্ণমালা প্ৰাচীন ৰোম সাম্ৰাজ্যৰ ভিতৰুৱা অঞ্চলত থকা পাহাৰৰ গুহা-মুখত আৰু শিলাখণ্ডত খোদিত, আৰু জন্তুৰ ছালত মুদ্ৰিত লেখমালাৰপৰা উদ্ধাৰ কৰা লিপিৰ সংশোধিত ৰূপ।[১] য়ুৰোপৰ—ঘাইকৈ পশ্চিম য়ুৰোপৰ ভাষাসমূহত ধ্বনিৰ প্ৰয়োজন অনুযায়ী বঢ়া-টুটা কৰি এই লিপিকেই উমৈহতীয়াকৈ লিখাৰ ভাষাৰ বাহন হিছাপে গ্ৰহণ কৰা হৈছে। আমাৰ দেশৰ মানুহ এই লিপিৰ লগত পৰিচিত হৈ উঠে, ইংৰাজী ভাষাৰ পঠন-পাঠনৰ জৰিয়তে। বৃটিছ যুগত ভাৰতীয় সেনা বাহিনীত হিন্দুস্থানী ভাষা এই লিপিৰে লিখাৰ ব্যৱস্থা কৰা হৈছিল। চৰকাৰী পৰ্যায়ৰ বাহিৰত, খ্ৰীষ্টিয়ান ধৰ্মপ্ৰচাৰকসকলে জনজাতীয় অঞ্চলবোৰত জনজাতীয় ভাষাত ৰচিত ধৰ্মশাস্ত্ৰসমূহো এই লিপিৰেই ছপা কৰি উলিয়াই শুভবাৰ্তা আৰু আদিম পাপ দুয়োটাৰে যোগান ধৰিছিল।

২.২০ ॥ ৰোমক লিপিৰ প্ৰধান বৈশিষ্ট্য হ'ল, যি ভাষাতেই প্ৰযুক্ত নহওক লাগিলে, ইয়াৰ প্ৰতিটো বৰ্ণৰ ৰূপ স্থায়ী, নিৰ্ভৰ আৰু স্বয়ংসম্পূৰ্ণ। মাথোন দুটা দ্বি-স্বৰৰ যুক্তৰূপ 'æ' আৰু 'œ' ইয়াৰ উল্লেখযোগ্য ব্যতিক্ৰম। অৱশ্যে এই দুটা যুক্তবৰ্ণৰ প্ৰয়োগ কৰাটোৰ বাহিৰে বাকীবোৰ য়ুৰোপীয় ভাষাত টুটি আহিছে; আৱশ্যক স্থলত, বিশ্লিষ্ট ৰূপতেই লিখা হয়। যি কি নহওক, প্ৰায়োগিক ক্ষেত্ৰত বৈশিষ্ট্যৰ ফল হ'ল প্ৰতিটো বিশিষ্ট ধ্বনিৰ প্ৰতিৰূপক বৰ্ণ অথবা বৰ্ণসমূহ অনুভূমিক ৰূপত যোগ কৰি গ'লেই শব্দই তাৰ ৰূপ পায়। ভাষান্তৰত ক'বলৈ হ'লে, এই লিপিত বৰ্ণবিন্যাস আৰু ধ্বনিক্ৰম পৰস্পৰে পৰস্পৰৰ প্ৰতিৰূপক।

---

১. I. Taylor : The Alphabet, p. 29

২.৩০ ॥ ৰোমক লিপিৰ এইকেইটা বৈশিষ্ট্যৰ কেইটামান ডাঙৰ সুবিধা আছে। সেই সুবিধাবোৰ হ'ল এনে ধৰণৰ ঃ

২.৩১ ॥ প্ৰথম সুবিধাটো হ'ল, এই লিপিত আখৰৰ সংখ্যা অতি কম। স্থুল হিচাপত আখৰৰ সংখ্যা মাথোন ২৬ টা। দুটা কোটিৰে ইয়াৰ সংখ্যা দুগুণ হ'লেও, ন শিকাৰু অসংখ্য আখৰৰ লগত চিনাকি হোৱাৰ প্ৰয়োজন নাই। আনহাতে, দুয়োটা কোটিৰ প্ৰতিযোৰ আখৰৰ চাল-চলন মূলতঃ একেই।

২.৩২ ॥ আখৰৰ সংখ্যা কম হোৱাৰ কাৰণে এই লিপিত যন্ত্ৰ-সভ্যতাৰ গোটেইখিনি আশীৰ্বাদ বৰ্ষিত হৈছে। ছপাৰ কাম চলে মাথোন ৫২টা আখৰ আৰু আৰবীয় পদ্ধতিৰ দহোটা সংখ্যা-প্ৰতীকক লৈ। গতিকে, অন্ধ হাতেৰে দ্ৰুত গতিৰে টাইপ কৰিব পাৰি। সাধাৰণ মুদ্ৰা-যন্ত্ৰও ব্যয়বহুল নহয়। যিহেতু পৃথিৱীৰ উন্নততম দেশকেইখনৰ ভাষাত এই লিপিয়েই প্ৰচলিত। গতিকে অনিবাৰ্য কাৰণত ছপাৰ আটাইবোৰ সঁজুলি সস্তীয়া। আকৌ, ২৬ টা মূল বৰ্ণ আৰু ১০ টা সংখ্যা-প্ৰতীকক লৈ এই লিপি মৰ্চ সংকেতৰ কাৰণে আটাইতকৈ প্ৰাঞ্জল আৰু সহজসাধ্য। গতিকে, এই লিপিৰে টেলিগ্ৰাম আৰু টেলিপ্ৰিণ্টাৰৰ গোটেইখিনি সুবিধা গ্ৰহণ কৰাৰ বাট মুকলি হৈ আছে।

২.৪০ ॥ কিন্তু, সেই অনুপাতে এই লিপিৰ জটিলতাও ভালেখিনি। একেআষাৰে ক'বলৈ হ'লে, ৰোমক লিপিত একোটা প্ৰতীকত কেইবাটাও বিশিষ্ট ধ্বনিৰ অস্তিত্ব আৰু একেটা বিশিষ্ট ধ্বনিৰ কেইবাটাও বৰ্ণৰ সংযোজনেৰেহে ৰূপায়ণৰ পদ্ধতিয়ে ভাষাক যি প্ৰকৃতি দান কৰে, সেয়া মাথোন লিপিৰ স্থিতিস্থাপকতা বুলি হাত সাৰিব নোৱাৰি। এই ব্যৱস্থা যি কোনো ভাষাৰ কাৰণে খেলি-মেলিৰ মকৰাজাল হৈ দেখা দিব পাৰে। গতিকে, ইয়াৰ বিস্তৃত আলোচনাৰ প্ৰয়োজন।

২.৫০ ॥ যি কোনো আদৰ্শ লিপিত এটা বিশিষ্ট ধ্বনি প্ৰকাশ কৰিবৰ কাৰণে কেৱল এটা প্ৰতীকেই থাকিব লাগে। এই আদৰ্শটোৰ দুটা ফাল আছে। (১) এটা বিশিষ্ট ধ্বনি প্ৰকাশ কৰিবৰ কাৰণে একাধিক প্ৰতীকৰ সংযোজন অবাঞ্ছনীয়। (২) এটা বিশিষ্ট ধ্বনি প্ৰকাশ কৰিবৰ কাৰণে



বিভিন্ন নামধাৰী একাধিক প্ৰতীক প্ৰয়োজনৰ অতিৰিক্ত। ৰোমক লিপি এই দুয়োটা আদৰ্শৰপৰা বঞ্চিত।

২.৫১ ॥ প্ৰথমটো অৰ্থত বিবেচনা কৰিলে দেখা যায়, ৰোমক লিপিত কোনোটো মহাপ্ৰাণ ধ্বনিৰে একক প্ৰতীক নাই। খ, ঘ, থ, ধ, ফ, ভ, ইত্যাদি বিশিষ্ট ধ্বনিবোৰৰ যি কোনো এটা ব্যক্ত কৰিবলৈ দুটা বৰ্ণৰ প্ৰয়োজন হৈ পৰে। কোনো ক্ষতি নাছিল, যদি নিৰ্দিষ্ট নিয়ম মানিয়েই খেলি-মেলিৰপৰা মুকলি হ'ব পৰা গ'লহেঁতেন। উদাহৰণ-স্বৰূপে, spughatti আৰু pathetic শব্দ দুটাত /ঘ/ আৰু /থ/ বিশিষ্ট ধ্বনি দুটা নিয়মৰ প্ৰকাশ। কিন্তু, এই লিপিত এনে এটি স্বভাৱ আছে, যাৰ ফলত ই সদায় মহাপ্ৰাণ ধ্বনিক হ-যুক্ত অল্পপ্ৰাণ ধ্বনিলৈ ৰূপান্তৰিত কৰিবলৈ উন্মুখ হৈ থাকে। তাৰ প্ৰমাণ, leghorn আৰু pothole শব্দ দুটা। উচ্চাৰণ কেনে হ'ব, তাক বহুদূৰ পৰ্যন্ত নিৰূপণ কৰে য়ুৰোপীয় ভাষাসমূহৰ প্ৰস্বন-ধৰ্মিতাই। যথাস্থানত ইয়াৰ বিস্তাৰিত আলোচনা কৰিম।

২.৫২ ॥ আকৌ, মূৰ্ধন্য বৰ্গৰ ক্ষেত্ৰত মহাপ্ৰাণ ধ্বনি প্ৰকাশক বৰ্ণ দুটাৰ প্ৰথমটোৰ তলত বিন্দু এটা স্থাপন কৰিহে লিপ্যন্তৰ কৰিব পাৰি। যেনে ঃ ṭh আৰু ḍh। তথাপি, ধ্বনিৰূপৰ সম্ভাৱ্য বিকৃতিৰপৰা নিষ্কৃতি নাই। ওপৰত উল্লেখ কৰা ধৰণে দুটা ভংগীত উচ্চাৰিত হোৱাৰ সম্ভাৱনা আছেই (lathi আৰু lighthouse স্মৰ্তব্য)। তদুপৰি, লিপ্যন্তৰৰ ক্ষেত্ৰত ḍh ই /ঢ/ আৰু তাৰ বৰ্ণিত ৰূপ /ঢ়/ দুয়োটাকে নিৰ্দেশ কৰি খেলিমেলি লগাব। ইয়াৰপৰা নিষ্কৃতি পাব পাৰি /ঢ়/ ৰ কাৰণে ṛh লিখি। কিন্তু তেতিয়া /ড়/ ৰ সমস্যাটোৱে ভুমুকিয়াই যাবহি। কাৰণ, /ঋ/ ৰ প্ৰতিৰূপ ṛ বুলিয়েই নিৰ্দেশিত।

২.৫৩ ॥ দ্বিতীয়টো অৰ্থত বিবেচনা কৰিলে দেখা যায়, ৰোমক লিপিত কিছুমান বিশিষ্ট ধ্বনি নিৰ্দেশ কৰাৰ ক্ষেত্ৰত কেইবাটাও বৰ্ণৰ মাজত এক নীৰৱ প্ৰতিযোগিতা চলে। উদাহৰণস্বৰূপে, c আৰু k ; আৰু s আৰু c ; g আৰু j—এই তিনিযোৰা বৰ্ণৰ কোনটো কেতিয়া /ক/, /চ/ আৰু /জ/ বিশিষ্ট ধ্বনিৰ লিখিত ৰূপ হ'ব, কোনেও খাটাংকৈ ক'ব নোৱাৰে। cat আৰু king ; sent আৰু cent ; George আৰু jeep-অলৈ মনত

পেলালেই কথাষাৰ বুজিব পাৰি। এইখিনিতে কাণে কাণে কৈ থ'ব পাৰি ; জাৰ্মান ভাষাত আকৌ Georg-অৰ উচ্চাৰণ 'গেঅৰ্গ' হে ! যি কি নহওক, লিপ্যন্তৰৰ কাৰণে হয়তো সমাধান কৰি ল'ব পাৰি, সংশ্লিষ্ট পাঁচোটা বৰ্ণ c, k, s, g, আৰু j ক্ৰমে চ, ক, স, গ, আৰু জ-ৰ প্ৰতিৰূপক হ'ব।

২'৬০ ॥ যি কোনো আদৰ্শ লিপিত এটা প্ৰতীকে কেৱল এটাহে বিশিষ্ট ধ্বনি প্ৰকাশ কৰিব লাগে। ৰোমক লিপি এই গুণটোৰপৰাও বঞ্চিত।

২'৬১ ॥ ব্যঞ্জনবৰ্ণৰ ক্ষেত্ৰত এই বেমেজালি অনুভৱ কৰা যায়, g আৰু th-ৰ প্ৰয়োগত। g-য়ে দুটা বিশিষ্ট ধ্বনি /গ/ আৰু /জ/ নিৰ্দেশ কৰে। উদাহৰণ স্বৰূপে logos আৰু logic শব্দ দুটালৈ মন কৰিলেই হ'ল। ঠিক সেইদৰে, th-ক যদি এটা যুক্ত প্ৰতীক বুলি ধৰা হয়, তেনেহ'লে ইও দুটা বিশিষ্ট ধ্বনি /θ/ আৰু /ð/ নিৰ্দেশ কৰে। তাৰ দৃষ্টান্ত, thin আৰু then। তাতকৈয়ো ভাল দৃষ্টান্ত, smoother আৰু smother। ইয়াৰে সমগোত্ৰীয় প্ৰতীক হ'ল, gh যাৰ বিশিষ্ট ধ্বনি তিনিটা বুলিয়েই ক'ব পাৰি। যেনে : ghost, laughter আৰু light। শেষৰটোত আছে এটা স্পৰ্শ-স্বৰ।

২.৬২ ॥ মাৰ্কিন-ইংৰাজীয়ে gh-ৰ স্পৰ্শ-স্বৰ ডেই যাব পৰাকৈ নতুন বানানৰ যোগান ধৰিছে : light নহয়—lite ! তথাপি, lait নহ'ল। নোহোৱাৰ কাৰণটো স্বৰবৰ্ণৰ নাটনি। ৰোমক লিপিত স্বৰবৰ্ণ পাঁচোটাহে। অথচ, ইংৰাজীত স্বৰধ্বনি ১১টা : i, I, e, ɛ, æ, a, ɔ, ʌ, o, U আৰু u।[২] গতিকে, প্ৰতিটো স্বৰবৰ্ণই তলত দিয়া ধৰণে বিভিন্ন স্বৰধ্বনিৰ যোগান যুক্তিহীনভাৱে ধৰিব লগীয়া হৈছে।

a : ɔ (ball), æ (bat), e (hate), a (father)
e : ɛ (bet), i (me), a (cliche)
i : I (kit), æ (girl), ai (bite)
o : ɔ (sort), o (fold), a (love), i (women)
u : U (put), a (but), ʌ (bud), æ (bury), iu (mute)

২. Ernst Pulgram : Introduction to the Spectrography of Speech, p. 19



ইয়াৰ উপৰি, দুটা একে স্বৰবৰ্ণ গাতে গা লাগি থাকিলে, সিহঁতৰ ধ্বনিৰূপো যথেষ্ট যুক্তিহীন ধৰণৰ হয়। যেনে :
oo : u (boot), a (blood), o (door)

২.৬৩ ॥ কেতিয়াবা একেটা ভাষাতে একেটা শব্দৰ অন্তৰ্গত স্বৰবৰ্ণ প্ৰস্বনৰ তাৰতম্যৰ বাবেই ভিন্ন ধৰনেৰে উচ্চাৰিত হয়। উদাহৰণ-স্বৰূপে, bear শব্দটো প্ৰস্বনৰ ওপৰত নিৰ্ভৰ কৰি biir (ভালুক) আৰু bɛar (সহ্য কৰা) ৰূপে উচ্চাৰিত হয়। সেইদৰে lead শব্দটো lɛd (সীহ) আৰু līd (নেতৃত্ব দে), ৰূপে উচ্চাৰিত হয়। fever শব্দটোৰ e দুটালৈ মন কৰিলেও কথাষাৰ থাউকতে বুজিব পাৰি। মুঠৰ ওপৰত ৰোমক লিপিৰ স্বৰবৰ্ণসমূহ লিপিকৰণৰ একো একোটা বিৰাট অপচেষ্টা।

২.৭০ ॥ আদৰ্শ লিপিৰ আন এটা গুণ হ'ল কথ্য ভাষাৰ সকলো বিশিষ্ট ধ্বনিকে প্ৰকাশ কৰিব পৰাকৈ পৰিচ্ছন্ন ৰূপৰ বৰ্ণ থাকিব লাগে। নহ'লে, আন ধ্বনিৰ প্ৰতিৰূপক বৰ্ণক টানি-আঁজুৰি নিজৰ কামত নিয়োগ কৰাৰ সম্ভাৱনাই দেখা দিয়ে। ৰোমক লিপিত নাসিক্য বৰ্ণ আটাইকেইটা নাই। বিশেষকৈ, /ঙ/ আৰু /ঞ/ ধ্বনি দুটাৰ প্ৰতিৰূপক বৰ্ণ নাই। /ঙ/ লিখিব লাগে ng-ৰে। পৰৱৰ্তী ধ্বনি স্বৰধ্বনি হ'লেই অনাৱশ্যকী /গ/ ধ্বনিয়ে ভুমুকিয়াই যায়হি। song লিখিব পাৰি ; কিন্তু, আমাৰ হেঙাৰ লিখিব নোৱাৰি—হ'ব hanger ! এই বিষয়ে যথাস্থানত আলোচনা কৰিম। ব্যঞ্জনান্ত /ঞ/ আৰু তাৰ স্বৰান্ত ৰূপ চন্দ্ৰবিন্দু ৰোমক লিপিত নাই। অথচ, ৰোমক লিপি ব্যৱহাৰ কৰা ভাষাসমূহত এই বিশিষ্ট ধ্বনিৰ অভাৱ নাই। গতিকে, কত যে বিচিত্ৰ ৰূপত ইয়াৰ লিপ্যন্তৰ হৈছে ! ইংৰাজীত fiance (ফিয়াঁচি), restaurant (ৰেস্তোৰাঁ) ; ইটালিয়ানত colosseum (ক'ল'চিয়াঁ) ; ফৰাচীত campagne (কাঁগেয্য), soigner (চয়ঁ্যা) ইত্যাদি।

## ৩'০০ ॥ অসমীয়া লিপিৰ গুণাগুণ

৩'১০ ॥ অসমীয়া লিপি ব্ৰাহ্মী লিপিৰে এটি বিশেষ শৈলী। ইতিহাসে কয়, ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত লিখাৰ সঁজুলি ভিন ভিন হোৱাৰ কাৰ-

সেই সময়ত একেটা ব্ৰাহ্মী লিপিৰপৰাই কেইবাটাও শৈলীৰ সৃষ্টি হৈছিল। দক্ষিণত তালপাত আৰু লো'ৰ কাপ, উত্তৰ-পশ্চিম অঞ্চলত ভূজপাত আৰু বাঁহৰ কাপ প্ৰয়োগৰ ফলতে দক্ষিণী আৰু শাৰদা লিপিৰ নিজ-নিজ বৈশিষ্ট্যৰ উদয়।[৩] উত্তৰ-পূৱ ভাৰতত লিখাৰ সঁজুলি আছিল সাঁচিপাত আৰু পাখি নাইবা খাগৰি কলম। 'হৰ্ষ-চৰিত'ত আছে, কুমাৰে উপ-ঢৌকণ পঠাইছিল "অগৰু গছৰ বাকলিৰে তৈয়াৰী (সাঁচি)পাতত পকা ৰঙচুৰা খৰমুজৰ ৰসেৰে তৈয়াৰী চিয়াঁহীৰে লিখা ধুনীয়া আখৰৰ ভালেমান পুথি।"[৪] কোমল, মিহি আৰু পিছল পাতত পাখিৰে লিখা আখৰ ধুনীয়া হয়েই। কোণ আৰু বৃত্তাভাস দুয়োটাকে ইচ্ছামতে গঢ় দিব পাৰি। সেয়েহে অসমীয়া লিপিৰ প্ৰতিটো আখৰ যেনেকৈ স্পন্দনময় ৰূপত বন্ধা, তেনেকৈ সিহঁতৰ সমাৱেশৰ বেলিকাও অংগ-সংস্থান সুষম হৈ প্ৰকাশ পায়।

৩.২০॥ এই লিপিৰ প্ৰাচীনতম উল্লেখ পোৱা যায়, 'ললিতবিস্তাৰ' নামৰ বৌদ্ধ গ্ৰন্থখনত। এইখন যিহেতু ৬০৮ খ্ৰীষ্টাব্দতে চীনা ভাষালৈ অনূদিত হৈছিল, গতিকে ইয়াৰ ৰচনাকাল অনুমেয়। 'ললিতবিস্তাৰ'ত সংকলিত দেশী-বিদেশী লিপিৰ তালিকাখনত 'বংগলিপি'ৰ উল্লেখ পোৱা যায়। তাৎপৰ্যপূৰ্ণভাৱে 'অপৰ-গৌড়লিপি'ৰো উল্লেখ আছে।[৫] সেই তাৎপৰ্যৰ পম খেদিবলৈ নগৈ ইমানকে ক'লেই হ'ব, এতিয়াৰ অসমীয়া-বাংলা লিপিত প্ৰচলিত ছপাৰ আখৰখিনি ১৮১২ চনৰ আশে-পাশে কলিয়াবৰৰ আত্মাৰাম শৰ্মাই কাটি দিয়া আখৰৰ গঢ়ৰ।[৬] এই 'ছপাখানাৰ পণ্ডিত' জনেই দুটা ভাষাৰ কাৰণে দুটা 'ৰ' দুটা ধৰণেৰে কাটি দিছিল। আৰু কাটি দিছিল 'ৱ'; বাংলা ভাষাত এই শেৰালি ফুলপাহ নালাগিল।

৩.৩০॥ অসমীয়া লিপিৰ প্ৰধান বৈশিষ্ট্য হ'ল, ইয়াৰ বৰ্ণসমূহৰ অতুলনীয় ভাৱবাহী ক্ষমতা। সেই ক্ষমতাৰ ইংগিত পোৱা যায়, গীতাৰ 'ওমিত্যে-

৩. G. Bühler : Indian Palæography, pp. 139-147.
৪. Cowell (tr) : Harsacarita, p. 214
৫. R.B. Pandey : Indian Palæography, pp. 24-27
৬. সজনীকান্ত দাস : বাংলা গদ্যের প্রথম যুগ, পৃ. ১৭৯।



কাক্ষৰং ব্ৰহ্ম' (৮/১৩) আৰু মনুসংহিতাৰ 'ত্ৰ্যক্ষৰং ব্ৰহ্ম' (১১/২৬৬) শ্লোকাংশ দুটাত থকা অক্ষৰৰ সংজ্ঞাত। একাধাৰে ই 'ওঁ'-ৰূপী এটা আখৰ; আৰু 'অ. উ. ম.' এই তিনিটা বিশিষ্ট ধ্বনিৰে গঠিত এটা দল। ইংৰাজী strong শব্দটোৰ পাঁচোটা বিশিষ্ট ধ্বনি ইয়াৰ ওচৰত থ'লে, ই আটাই-কেয়োটাকে একেলগে ভাৰ বৈ ওলাব 'ষ্ট্ৰং' হৈ।

৩.৪০॥ অসমীয়া লিপিৰ প্ৰতিকূলে এটা ডাঙৰ অভিযোগ হ'ল ইয়াৰ আখৰৰ সংখ্যা। আখৰ শিকি শিকি ভাগৰ লাগে। আখৰ হিচাপটো তলত দিলো:

স্বৰবৰ্ণ : ১১ টা
বাৰেমতৰা : ১০ টা
ব্যঞ্জনবৰ্ণ : ৩৮ টা
বিশেষ চিন (ং, ঃ আৰু ঁ) : ৩ টা
যুক্ত বৰ্ণ : ১৬০ টা
বাৰেমতৰা যোগত ৰ, গ, শ, হ-ৰ ৰূপান্তৰ : ৬টা
বাৰেমতৰা যোগত যুক্তবৰ্ণৰ ৰূপান্তৰ : ৩ টা

এইদৰে সৰ্বমুঠ ১৭১ টা প্ৰতীক। ইয়াৰ জটিলতা আৰু বহুদূৰ পৰ্যন্ত বিস্তৃত। যেনে:

৩.৪১॥ বাৰেমতৰা যোগ হোৱাৰ কোনো বিশেষ ৰীতি নাই। মূল বৰ্ণৰ সোঁফালে, বাওঁফালে, ওপৰত আৰু তলত—যেনি-তেনি যুক্ত হয়। যেন দিল্লীৰ বাটৰ বাইচাইকেল। অনাখৰী-আখৰী হোৱা আৰু তেনেকুৱাকৈ চাইকেলত উঠিবলৈ শিকা সমানে আয়াসসাধ্য।

৩.৪২॥ আখৰৰ সংখ্যা যিহেতু বেছি, সেইবাবে অসমীয়া-লিপি যন্ত্ৰ-সভ্যতাৰ সকলোখিনি আশীৰ্বাদ দুই হাতেৰে চপাই অনা যোগ্যতাৰপৰা বঞ্চিত। ছপাৰ কামত সময় আৰু দাম দুয়োটাই বেছি হৈ উঠে। এতিয়ালৈকে মৰ্ছ সংকেতৰ ব্যৱস্থাপনা ভাৰতীয় কোনো লিপিতেই সন্তৰপৰ হৈ উঠা নাই। ইয়াৰ অভাৱত টেলিগ্ৰাম-টেলিপ্ৰিন্টাৰৰ সুবিধা গ্ৰহণ কৰাৰ প্ৰশ্ন নুঠে। অন্ধজনৰ কাৰণে ব্ৰেইলি প্ৰথাৰ প্ৰৱৰ্তনো অসম্ভৱৰ দুৱাৰদলিতে

আছে। সম্ভৱ যেতিয়া হ'বগৈ, তেতিয়াও ব্যয়সাধ্য হৈয়েই ৰ'ব।

৩.৪৫ ॥ অসমীয়া লিপিৰ বিৰুদ্ধে অন্য এটা অভিযোগ হ'ল, এই লিপিত ধ্বনিসমূহৰ পাৰম্পৰ্য আৰু বৰ্ণসমাৱেশৰ বিন্যাসত প্ৰত্যাশিত মিল বিচাৰি পাবলৈ নাই। দুমহলীয়া-তিনিমহলীয়া যুক্তবৰ্ণবোৰত ওপৰৰপৰা তললৈ চকু ফুৰাই গ'লে যদিও সেই মিল পোৱা যায়, এমহলীয়া আখৰৰ লানিত বাওঁফালৰপৰা সোঁফালে গৈ থাকোঁতে মাজে মাজে হুঁহকি আহিব লগীয়া হয়। যেনে: শুনোতে শুনিলোঁ ভ্. ই. ন্. ই. হ্. ই বুলি; পঢ়িব-লগীয়া হ'ল ই. ভ ই. ন. ই. হ. বুলি। শ্ৰুতি আৰু দৃষ্টিৰ বিৰোধ ঘটে তাতোকৈও বেছি, যেতিয়া শুনো ন্. ও. ৰ. আ. ব্. ওঁ বুলি; কিন্তু পঢ়োঁতে পঢ়োঁ এ. ন. আ. ৱ. অ. এ. বঁ. আ বুলি। গতিকে, অসমীয়া লিপিৰ যোগ্যতা বাতিল কৰি দিয়ক।

৩.৫০ ॥ কিন্তু ইবোৰৰ তুলনাত সুবিধা ভালেখিনি। সেইখিনিৰ কথা থোৰতে কৈ থওঁ। (১) ধ্বনিৰ উপযোগী বৰ্ণৰ কাৰণে হাবাথুৰি খাব নালাগে। আন কি, স্বৰধ্বনিৰ কাৰণেও স্বৰবৰ্ণৰ নাটনি নাই। বৰং প্ৰয়োজনৰ অতিৰিক্তকৈ আছে। যেনে: ঋ আৰু তাৰ অশ্ৰয়ৰূপৰ প্ৰতীক। নাটনি আছিল কেইটামান তীক্ষ্ণতৰ স্বৰৰ। সেইবোৰ উৰ্ধকমা এটাৰে পূৰাই লোৱাৰ উপায় ওলাইছে। এতিয়া কলা, ক'লা আৰু কোলাৰ খেলি-মেলি লগাৰ সম্ভাৱনা নাই। (২) আখৰৰ সংখ্যাই যদিও প্ৰাথমিক স্তৰত প্ৰতিবন্ধকৰ সৃষ্টি কৰে, তথাপি এবাৰ আয়ত্ত কৰি লোৱাৰ পিছত ই লিপিৰূপ অনিবাৰ্যভাৱে সংক্ষেপ কৰে। (৩) যিহেতু ব্ৰাহ্মী লিপিৰ শৈলী হিচাপে ইয়াৰ বিকাশ মসৃণ সাঁচিপাতত লিখাৰ অভ্যাসৰ পৰা, গতিকে ই এতিয়াও যি কোনো খোদিত লিপিৰপৰা উদ্ভূত লিখন-কলাতকৈ দ্ৰুততৰ গতিৰে লিখাৰ উপযোগী। (৪) ব্ৰাহ্মীৰপৰা বিৱৰ্তিত আনবোৰ লিপিৰ দৰেই ইয়াৰো বৰ্ণমালা বিজ্ঞানসম্মত ৰীতিৰে শ্ৰেণীবদ্ধ ৰূপত বিন্যস্ত। ভাষাৰ বিকাশ সাধনত ব্যাকৰণৰ যি ভূমিকা, ইয়াৰ বৰ্ণমালাৰ প্ৰণালীবদ্ধ শ্ৰেণীকৰণে সেই ব্যাকৰণক সকলো পৰ্যায়তে নিৰংকুশ সাহায্য আগ বঢ়ায়। আনহাতে, এই একেটা কাৰণতে ইয়াৰ প্ৰতিটো বৰ্ণই সংশ্লিষ্ট ধ্বনিৰ প্ৰতীকেই নহয়, হুবহু প্ৰতিবিম্ব হৈ বৈছে।



## ৪.০০ ॥ জনজাতীয় ভাষাৰ পৰিপ্ৰেক্ষিতত

৪.১০ ॥ অসমৰ জনজাতীয় ভাষাসমূহৰ স্বৰ-বৈশিষ্ট্য মূলতঃ ধ্বনিৰ মাধুৰ্য-নিৰ্ভৰ। ঠিক যেনেকৈ অসমীয়া ভাষাৰ সেই বৈশিষ্ট্য ধ্বনিৰ দৈৰ্ঘ্য-নিৰ্ভৰ আৰু ইংৰাজী ভাষাৰ ক্ষেত্ৰত সি প্ৰস্বন-নিৰ্ভৰ। মাধুৰ্যৰ তাৰতম্য অনুযায়ী, জনজাতীয় ভাষাৰ ধ্বনিসমূহ দুটা ভাগত বিভক্ত: মৃদু আৰু চকিত। সহজকৈ ক'বলৈ হ'লে, এবিধ প্ৰলম্বিত অনুস্বাৰধৰ্মী; আনবিধ অতিহ্ৰস্ব বিসৰ্গধৰ্মী।[৭] গতিকে, ধ্বনিৰ এই তাৰতম্যৰ অন্তৰালত ইন্দো-আৰ্য ভাষাগোষ্ঠীৰ মাত্ৰিক তাৰতম্যৰ আভাস এটা প্ৰচ্ছন্ন হৈ আছে। কিন্তু, য়ুৰোপীয় ভাষাসমূহৰ প্ৰাস্বনিক তাৰতম্যৰ আভাস অতি গৌণ। গতিকে, এইবোৰ ভাষাৰ প্ৰয়োজনীয়তা হ্ৰস্ব-দীৰ্ঘৰ তাৰতম্য স্বীকাৰ কৰা লিপি এটাই যিমানখিনিলৈকে পূৰণ কৰিব পাৰে, প্ৰাস্বনিক তাৰতম্যৰ ওপৰত নিৰ্ভৰশীল স্থিতিস্থাপক বৰ্ণযুক্ত লিপি এটাই পূৰণ কৰাৰ আশা ক্ষীণ।

৪.২০ ॥ পৌনঃপুনিকতালৈ লক্ষ্য কৰিলে দেখা যায়, অসমৰ জনজাতীয় ভাষাসমূহত নাসিক্য ধ্বনিৰ অনুপাত অতি বেছি। দেখা যায়, এনে ধ্বনিৰ লিপিকৰণৰ কমটি শিলত অসমীয়া লিপিয়ে যি সোণৰ ৰেখ আঁকিব পাৰে, ৰোমক লিপিয়ে তাৰ ক্ষীণ আভাসো দিব নোৱাৰে। উদাহৰণ-স্বৰূপে, বড়ো ভাষাৰপৰা এটি বাক্যখণ্ড লোৱা যাওক: মাইথা মেগং ছিংগ্ৰিদাবা (টেঙামৰা আৰু টেঙেচি)। ৰোমক লিপিত এইদৰে লিখিব লাগিব: mā´itha megong chingridaba। শেষৰ শব্দটো এইদৰে কাণত পৰিব: ছিংৰিদাবা। Oxford Dictionary ৰ ব্যৱস্থা মানি লৈ লিখোঁ: chinggridaba। এইবেলি যদি এইদৰে পঢ়োঁ: ছিংগ্ৰাইদবা! তাতোকৈও জটিল হ'ব মিচিং ভাষাৰ 'ৰংঙাম্ (নিৰ্জন)' শব্দটোৰ লিপিকৰণ। যেনেকৈয়ে নিলিখোঁ লাগিলে, এনেকৈহে পঢ়িবলৈ পাম: rangam (ৰঙাম্), ranggam (ৰংগাম্) নাইবা rangngam (ৰংঙাম্)! আৰু এটা মিচিং শব্দ লওঁ: 'ঙান্‌চাং (গুজৰি উঠ্)'। ৰোমক লিপিত হ'ব: nganchang—পঢ়িম, ঙ্গান্‌চাং। /ঙ/ তকৈও দুঃসাধ্য, /ঞ/ আৰু

৭. Lin yu Tang: My Country, My People, p. 232

তাৰ স্বৰান্ত ৰূপ চন্দ্ৰবিন্দুৰ ওচৰ চপা। ৰাভা ভাষাৰ 'কাঁড়া (এবিধ বাঁহী)' শব্দটোৰ ৰোমক প্ৰতিলিপি হ'ব পাৰে, kanra। অনুৰূপে, দেউৰী ভাষাৰ 'চীয়া (মাছ)' শব্দটোৰ ৰোমক প্ৰতিলিপি কি হ'ব chinya ? কাণে-মূৰে কূট-চিন বহুৱায়ো ৰক্ষা নাই। kāḍā হ'ব পাৰে, কাঁডা ; আৰু chiyā ৰ যেই কোনো এটা কূট-চিন হেৰালেই অৰ্থবিপত্তি ঘটাই হ'ব chiyā ছিঁয়া (বোৱাৰী) নাইবা chiyā ছিয়া (গছপাত)! ছপাখানাৰ ভূতৰ দৌৰাত্ম্যৰ কথাও পাহৰিলে নহ'ব।

৪.৩০॥ মহাপ্ৰাণ বৰ্ণৰ প্ৰশ্ন মিচিং আৰু দেউৰী ভাষাত অপ্ৰাসংগিক। কিন্তু, বড়ো আৰু ৰাভা ভাষাত ইয়াৰ চলন্তি চকুত পৰিছে। ৰাভা ভাষাত ইয়াৰ চলন্তি চকুত পৰিছে। ৰাভা ভাষাৰ 'ৰাংফাকায় (ববযুণ)' নাইবা 'ফাজং (ববদেউতা)' শব্দ দুটাৰ সংশ্লিষ্ট মহাপ্ৰাণ ধ্বনি ৰোমক প্ৰতিলিপিত শুদ্ধকৈয়ে পোৱা যাব। কিন্তু, 'ছাথাৰ (এবিধ গীত)' শব্দটো 'ছাত্.হাৰ' হোৱাৰ সম্ভাৱনা ৰৈ যাব। বড়ো ভাষাত মহাপ্ৰাণ ধ্বনিসমূহ সচৰাচৰ শব্দৰ আধাৰত এনেদৰে পোৱা যায় যে, সিবিলাকৰ প্ৰায় প্ৰত্যেকেই 'ছাথাৰ'ৰ বাট ল'ব। উদাহৰণ-স্বৰূপে 'হাথায়াও' শব্দটো ৰোমক লিপিত লিখিব লাগিব : hathayao। প্ৰশ্ন উঠে, hāt. hāyāo নে hathāyāo ? একেদৰে, 'গঠো (লৰা)', 'চিফুং' আৰু 'বিখাওছা' (চাদৰ)' ইত্যাদি শব্দবোৰ ক্ৰমে 'গট্. হো' 'চপ্. হুং' আৰু বিক্. হাওছা' নহ'ব জানো ? মূল তাত্ত্বিক প্ৰশ্নটো হ'ল, প্ৰস্বন-নিৰ্ভৰ ভাষা এটাই প্ৰস্বনৰ স্থিতিস্থাপকতাৰে এটা অসম্পূৰ্ণ লিপিক যিদৰে বলাই খাইছে, ধ্বনিৰ অন্ত এটা গুণ-নিৰ্ভৰ ভাষাই তাক সেইদৰে বলাই খাব পাৰিব নে ?

৪.৪০ ॥ ৰোমক লিপিৰ প্ৰবক্তাসকলে এটা ভ্ৰান্ত ধাৰণাক প্ৰশ্ৰয় দিছে। তেওঁলোকে ভাবে, স্বৰবৰ্ণৰ যিখিনি নাটনি, সেয়া কূট-চিনৰ যথাযথ প্ৰয়োগেৰে পূৰাই ল'ব পাৰি। তেওঁলোকে তেনেহলে ৰোমক লিপিৰ কথা কোৱা নাই। এটা অতি পৰিশীলিত আন্তৰ্জাতিক লিপিৰ কথা কৈছে। সেই লিপি—পণ্ডিতৰ লিপি—ভাষা-তত্ত্ববিদৰ লিপি। সেই লিপিত 'সংস্কৃত' শব্দটো Saṅskṛta বুলি লিখে। কিন্তু, সেয়া প্ৰাকৃত-জনৰ লিপি নহয়। প্ৰাকৃতজন সন্তুষ্ট থাকে Sanskrit-এৰে যাৰ নিকটতম



উচ্চাৰণ হয়, সান্‌স্ক্ৰিৎ নাইবা সেন্সক্ৰীট্ বুলি। গতিকে, মানি ল'ব লাগিব— যদি সঁচাসঁচিকৈয়ে ৰোমক লিপি লোৱাৰেই প্ৰশ্ন উঠিছে, তেনেহ'লে কেতিয়াবা আজমীৰলৈ যোৱা পিতাজী 'আজ মৰ গয়ে'ৰ সম্ভাৱনাৰ মুখামুখি হ'বলৈ সাজু থাকিব লাগিব। আনহাতে, কূট-চিনৰ কূট-তৰ্ক মানি লৈও প্ৰমাণ কৰিব পাৰি : আমাৰ জনজাতীয় ভাষাসমূহৰ কাৰণে যি কোনো এটা ভাৰতীয় লিপি অধিক সুকৰ হ'ব। জাৰ্মান ভাষাত এটা বিশিষ্ট ধ্বনি আছে /z/ আমাৰ /য/ৰ নিকট-ধ্বনি। ভাষা-তত্ত্ববিদে এতিয়াও কূট্-চিন প্ৰয়োগ কৰি তাৰ ৰূপ দিব পৰা নাই। আমাৰ বড়ো আৰু মিচিং ভাষাত থকা যিটো মধ্যাভাস-কেন্দ্ৰীয় বিবৃত ধ্বনিক/অ'/ বুলি লিখিবলৈ লৈছে, তাক কূট-চিন প্ৰয়োগ কৰি /a'/ বুলি লিখাটো ভাষা-তত্ত্বৰ সমৰ্থন-বৰ্জিত। কাৰণ, সেই প্ৰতীকটো আমাৰ /অ'/ প্ৰতীকৰহে ধ্বনিজ্ঞাপক। স্মৰণযোগ্য যে জনজাতীয় ভাষাৰ স্বৰধ্বনিসমূহ অতি স্পৰ্শকাতৰ—অলপ হেৰ-ফেৰ হ'লেই অৰ্থবিপত্তিৰ সম্ভাৱনা প্ৰচুৰ।

৪.৫০॥ ৰোমক লিপিত আখৰৰ সংখ্যা কম বুলি কোৱা কথাষাৰ মাথোন এটা জনৰৱহে। নশিকাৰুৱে বৰ্ণমালাৰ দুটা কোটিৰ পৰিচয় আহৰণ কৰিবই লাগিব। দুই-এটাৰ ক্ষেত্ৰত মিল থাকিলেও, দুয়োটা কোটিৰ প্ৰতিটো বিশিষ্ট ধ্বনিৰ প্ৰতিৰূপক বৰ্ণ দুটাৰ মাজত দুৰ-দূৰণিৰ মিলো নাই। আকৌ হাতৰ লিখাৰ লগত মিতালি পাতি দ্ৰুতলিখনৰ যোগ্যতা আৰ্জন কৰিবৰ কাৰণেও, আৰু দুটা কোটিৰ জ্ঞান আয়ত্ত কৰিব লাগিব। উল্লেখযোগ্য যে, ছপাৰ আখৰৰ লগত হাতৰ আখৰৰ মান্যৰূপৰ ব্যৱধানো উপেক্ষা কৰিব পৰা বিধৰ নহয়। ডাঙৰ হাতৰ E, S, সৰু হাতৰ f আৰু r প্ৰভৃতিৰ কথা সুঁৱৰিলেই ইয়াৰ উমান পোৱা যাব। এইদৰে ৰোমক লিপিৰ আখৰৰ সংখ্যা হয়গৈ ১৪০টা। তাৰ বিপৰীতে, বাৰেমতৰা ইত্যাদিৰ সমন্বিতে অসমীয়া লিপিত আখৰৰ সংখ্যা ১৭১টা। উল্লেখযোগ্য, ইতিমধ্যে বহু যুক্তবৰ্ণ পৰিত্যক্ত হৈছে। বাকীবোৰ যুক্তবৰ্ণটো মূলবৰ্ণৰ লগত তেনে দুস্তৰ দৃষ্টিৰূপৰ ব্যৱধান নাই, যি ব্যৱধান ৰোমক লিপিৰ দুটা কোটিৰ মাজতে আছে। তদুপৰি, প্ৰতিটো জনজাতীয় ভাষাতে অসমীয়া ভাষাৰ আটাইবোৰ ধ্বনি নথকাৰ হেতুকে বহুতো মূলবৰ্ণ আৰু সংশ্লিষ্ট যুক্তবৰ্ণৰ প্ৰয়োজন নোহোৱা হ'ব। মাথোন-বিজ্ঞান সম্মত ৰীতিৰে সিবিলাকক বাছি উলিয়ালেই হ'ল।

৪.৬০ ।। ৰোমক লিপি গ্ৰহণৰ সপক্ষে এটা যুক্তি দিয়া হয়, এই লিপিয়ে বাহিৰ-বিশ্বৰ পিনে ভুমুকিয়াৰ পৰাকৈ এখন খিৰিকী মুকলি কৰি দিব। ইয়াৰ পোনপটীয়া উত্তৰ দিয়াৰ আগতে আন এটা কথাৰ অৱতাৰণা কৰি লওঁ। নতুন শিকাৰুৰ কাৰণে বৰ্ণ-পৰিচয়ৰ কোনটো ৰীতি গ্ৰহণ কৰিম? ৰোমক লিপিৰ স্বাভাৱিক ক্ৰমটো ল'ম নে ধ্বনিৰ লগত সংগতি ৰাখি সজাই ল'ম? খুব সম্ভৱ সজাই লোৱাৰ কথাই চিন্তা কৰা হৈছে। তেনেহ'লে এইদৰে সজাব লাগিব:

স্বৰবৰ্ণ : o (a), a (ā) ; i, u, e, a′

ব্যঞ্জনবৰ্ণ : k, g, c, j
t, d, n
p, b, m.
r, l, y, w, s, h

যুক্তবৰ্ণ : ai. au, ng, yn
kh, gh, ch, jh
th, dh, ph, bh

ইয়াৰ ব্যতিক্ৰম কৰিলে, ন শিকাৰুৰ খেলিমেলি লগাৰ সম্ভাৱনা। কিন্তু, আমাৰ ল'ৰা যেতিয়া /e/ মানে /এ/, /g/ মানে /গ/ আৰু /c/ মানে /চ/ -ত অভ্যস্ত হৈ পৰিব, তেতিয়া সময়ৰ মূৰকত 'বাহিৰ-বিশ্বৰ খিৰিকী'-খনেদি ভুমুকিয়াবলৈ গৈ ভাবিব, ভিতৰৰ অস্পষ্ট দাপোণখনত দেখা প্ৰতিবিম্বৰ লগত বাহিৰ-বিশ্বৰ আচল শোভাৰ কিমান পাৰ্থক্য! সেই খেলিমেলিৰ আঁৰ ভাঙোতেই চিনাকি হোৱাৰ সময় উকলি যায়।

৪.৭০ ।। লিপি-নিৰ্বাচনৰ ক্ষেত্ৰত এটা সংস্কৃতি-সম্পৰ্কীয় প্ৰশ্নও উঠে। কেৱল যন্ত্ৰ-সভ্যতাৰ আশীৰ্বাদ গ্ৰহণৰ প্ৰশ্নটোৱেই চূড়ান্ত প্ৰশ্ন নহয়। ভাৰত-বৰ্ষৰ বিপুল জনসমাজৰ স্তৰত যন্ত্ৰ-সভ্যতাৰ প্ৰতিফলনৰ যিটো ৰূপ, সেই কথা বিবেচনা কৰিলে আমি কেৱল ছপাৰ আখৰৰ লিপিৰ কথা চিন্তা কৰি-য়েই ক্ষান্ত হ'ব নোৱাৰোঁ। লিপিৰ লগত সংস্কৃতিৰ সম্পৰ্ক নিৰ্ণয় কৰোঁতে, আমাৰ জীৱনধাৰাৰ এই দিশটোকো সংস্কৃতিৰ অংশ বুলি ধৰি ল'ব লাগিব। তাৰ বৰ্তমান যেনেকৈ আছে, সম্ভাৱনাও তেনেকৈয়ে আছে। ইতিহাসৰ দীৰ্ঘ পৰিক্ৰমাত প্ৰথম বাৰৰ কাৰণে প্ৰায় গোটেইখন ভাৰত আৰু প্ৰায় গোটেই-খিনি ভাৰতীয় যথাক্ৰমে এখন দেশ আৰু এটা জাতিত পৰিণত হৈছে।



অসমৰ কাৰণে ই এক ইতিহাসৰ নতুন অভিজ্ঞতা। তাৰে পৰিপ্ৰেক্ষিতত তুখন আন্তৰ্ভেদ্য সমাজৰ কাৰণে ক'ৰবাত কোনোবাখিনিত কিহবাৰ মিল বিচাৰি পোৱাটো অতি প্ৰয়োজনীয়। তদুপৰি, ভাৰতীয় জীৱনধাৰাৰপৰা বিচ্ছিন্ন হৈ গৈ বিজ্ঞানৰ আশীৰ্বাদ হয়তো আজিৰ কাৰণে পোৱা যাব পাৰে; কিন্তু কাইলৈৰ কাৰণে সেয়ে বঞ্চনাৰ নামান্তৰ হ'ব পাৰে।

৪৮০ ।। প্ৰধান ভাৰতীয় ভাষাকেইটাৰ লিপি ফঁহিয়াই চালে দেখা যায়, সিবিলাকৰ লিপিত বৈচিত্ৰ্যৰ মাজতে প্ৰচ্ছন্ন হৈ আছে এক সুগভীৰ ঐক্যৰূপ। এইবোৰ ভাষাৰ মাত-কথাত যেনেকৈ কাণ পাতিলেই সংস্কৃতৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়, আখৰৰ গঢ়-গতিতো তেনেকৈ চকু ফুৰালেও ব্ৰাহ্মীৰ ছাঁটো দেখিবলৈ পোৱা যায়। অস্বীকাৰ কৰিবৰ উপায় নাই, ভাৰতৰ বিভিন্ন অংগৰাজ্যৰ অধিবাসীসকলৰ মাজত অন্যান্য স্তৰত হেজাৰ অমিল সত্বেও ভাষাৰ প্ৰকৃতি আৰু লিপিৰ আকৃতিত প্ৰচ্ছন্ন হৈ থকা উমৈহতীয়া ঐতিহ্যই মিলনৰ সেতু ৰচনা কৰি থৈছে। এটা ভাষাৰ কাৰণে উপযুক্ত লিপিৰ সন্ধান লওঁতে ভাৰতীয় জীৱনৰ সেই কেন্দ্ৰীয় প্ৰৱাহত বুৰ মাৰিব জানিলেহে তলিৰ মুকুতা বুটলি অনা সম্ভৱ হ'ব। তাকে নকৰিলে ভাৰতীয় জীৱনৰপৰা উৎক্ষিপ্ত হৈ পৰাৰ সম্ভাৱনা বৈ যাব।

৪.৯০ ।। অসমীয়া লিপি পৃথিৱীৰ এনে এটা ভাষাৰো লিপি, যিটো ভাষাৰ সাহিত্যই অতি চহকী নহয়, কেৱল ভাষা হিছাপেও কওঁতা মানুহৰ লেখৰ ফালৰপৰা পৃথিৱীৰ পঞ্চম ভাষা বুলি স্বীকৃত। উমৈহতীয়া লিপিৰ যোগেদি তেনে এটা ভাষাৰ লগত যোগাযোগ স্থাপন কৰিব পাৰিলে, যি কোনো বিকশমান ভাষাই পূৰ্ণতৰ বিকাশেৰে মহিমান্বিত হৈ উঠিব। মণিপুৰী সাহিত্যৰ খৰতৰ প্ৰগতি তাৰ উজ্জ্বল নিদৰ্শন। তেওঁলোকে আন্তৰ্জাতিক লিপি নামৰ এটা বৃহৎ জনৰৱৰ মৰীচিকা যে নেখেদিলেই, আন কি যথেষ্ট পৰিশ্ৰমৰ বিনিময়ত উদ্ধাৰ কৰা প্ৰাচীন মৈতেই লিপিকো খামুচি নধৰিলে। ফলত মণিপুৰী ভাষা লাভৱান হৈছে—ক্ষতিগ্ৰস্ত হোৱা নাই। আমাৰ জনজাতীয় ভাষাৰ চিন্তানায়কসকলৰ চিন্তা-শক্তিৰ ওপৰত আমাৰ গভীৰ আস্থা আছে। তেওঁলোকৰ বহুতেই নিশ্চয় ড. জনছনৰ কথাষাৰত পতিয়ন যায়, "ৰাজনীতি ধুৰন্ধৰৰ শেষ মাজুলী।"

উপেন্দ্ৰনাথ গোস্বামী

## অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ বাবে উপযোগী লিপি ঃ ৰোমান নে অসমীয়া

কোনো এটা ভাষাৰ লিপিৰ প্ৰশ্ন প্ৰধানকৈ তিনিটা ক্ষেত্ৰত উপস্থিত হয় ঃ প্ৰথমতে কোনো এটা ভাষা কথিত ৰূপত চলি থকাৰ পাছত সময়ত সেই ভাষাটোক লিখিত ৰূপ দিয়াৰ আৱশ্যকতা অনুভৱ কৰা হয়। দ্বিতীয়তে কোনো এটা ভাষাৰ এটা লেখন-পদ্ধতি বা লিপি থকা সত্ত্বেও আন এটা সহায়কাৰী লিপিৰ প্ৰয়োজনে দেখা দিয়ে। ( মহাত্মা গান্ধীয়ে হিন্দুস্থানী ভাষাটোক দেৱনাগৰী আৰবী দুয়োটা লিপিতে লেখাৰ ব্যৱস্থা কৰিছিল )। তৃতীয়তে কোনো এটা ভাষাৰ লেখন-পদ্ধতিয়ে সময়ত সংস্কাৰ কৰিব লগীয়া অৱস্থা পায়গৈ। লিপিৰ আৱশ্যকতা অনুভৱ কৰাৰ পাছত প্ৰশ্ন উঠে ভাষাটো লেখোঁতে কোনটো লেখন-পদ্ধতি অনুসৰণ কৰিম আৰু কোনবোৰ বৰ্ণমালা ব্যৱহাৰ কৰিম? এইটো এটা জটিল সমস্যা অকল অসমৰে নহয়, সমগ্ৰ পৃথিৱী জুৰি এই সমস্যা আছে। ইয়াৰ সমাধানৰ বাবে ভাষা-বিজ্ঞানী আৰু চিন্তাশীল ব্যক্তিসকলে চিন্তা-ভাৱনাও কৰিছে; আন কি ইউনেস্কোত বিশেষজ্ঞসকলৰ সন্মিলনো বহিছে।

কোনো এটা ভাষাৰ লিপিৰ প্ৰশ্ন দুটা দৃষ্টিভঙ্গীৰে চাব লগীয়া হয়। তাৰে এটা হৈছে বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু আনটো সামাজিক দৃষ্টিভঙ্গী। বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে চালে কোনো এটা ভাষাৰ বৰ্ণমালা সেই ভাষাটোৰ বিশিষ্ট ধ্বনিবোৰৰ প্ৰতীক হোৱাটো বাঞ্ছনীয়। অৰ্থাৎ প্ৰতিটো বৰ্ণ বা আখৰে ভাষাটোৰ একোটা বিশিষ্ট ধ্বনিৰ প্ৰতিনিধিত্ব কৰিব লাগে।[1] অকল কথিত ৰূপত থকা ভাষাবোৰৰ ক্ষেত্ৰত যেই সেই ভাষাৰ বৈজ্ঞানিক বিশ্লেষণৰ জৰিয়তে বিশিষ্ট ধ্বনিবোৰৰ বিৱৰণৰ সহায়ত অৱলম্বন কৰা সৰল লিপি-উদ্ভাৱন-প্ৰথা ভাষাৰ লেখন-পদ্ধতিৰ ক্ষেত্ৰত ভাষা-

১. Gleason, H. A. (Jr.) : An Introduction to Descriptive Linguistics, 1970, Writing Systems.



বিজ্ঞানীসকলৰ আটাইতকৈ উল্লেখযোগ্য বৰঙণি। কাৰণ ইয়াৰ দ্বাৰা ভাষা এটাৰ বৰ্ণমালা আয়ত্ত কৰোঁতে প্ৰতিজন ল'ৰা-ছোৱালীয়ে "বছৰৰ উপৰি বছৰ এনেয়ে কটাব লগীয়া নহয়।"[2] কোনো এটা ভাষাৰ প্ৰতিটো বিশিষ্ট ধ্বনিক একোটা স্বকীয় বৰ্ণৰ দ্বাৰা বুজাবলৈ ল'লে ভাষাটো লেখোঁতে সচৰাচৰ দেখা দিয়া উচ্চাৰণ আৰু বাণন বা আখৰ-জোঁটনিৰ মাজত বিভ্ৰাটৰ সৃষ্টি নোহোৱা হয়। মানুহে যি ধৰণে উচ্চাৰণ কৰে তেনে ধৰণে লিখিব পৰা হয়। গতিকে কোনো এটা ভাষাৰ লিপি নিৰ্ধাৰণ কৰিবলৈ হ'লে ভাষাটোৰ প্ৰথমতে ভাষাবৈজ্ঞানিক বিশ্লেষণৰ দ্বাৰা বিশিষ্ট ধ্বনিবোৰ উলিয়াই সেইবোৰক বুজাবলৈ প্ৰতিটো বিশিষ্ট ধ্বনি অনুযায়ী একোটা বৰ্ণ ব্যৱহাৰ কৰিব লাগিব। এই বৰ্ণ ব্যৱহাৰ কৰোঁতে আন কেইটামান কথাৰ প্ৰতিও লক্ষ্য কৰাটো দৰ্কাৰ। প্ৰথম কথা বৰ্ণ বা আখৰবোৰ যাতে সহজতে লেখিব পাৰি আৰু ছপোৱাৰ ক্ষেত্ৰতো সহজে পোৱা বিধৰ হয়। একে শাৰীতে লেখিব বা ছপাব পৰা বৰ্ণহে উপযুক্ত। কোনো বিশিষ্ট ধ্বনি বুজাবলৈ বৰ্ণবোৰৰ ওপৰত বৈশিষ্ট্যসূচক চিহ্নৰ ব্যৱহাৰ নকৰিব পাৰিলে ভাল।

সামাজিক দৃষ্টিভঙ্গীৰে কোনো এটা ভাষাৰ লিপিৰ প্ৰশ্নটো চোৱা বুলিলে প্ৰথমতে ভাষাটোৰ মৰ্যাদা কেনেকুৱা চোৱাটো দৰ্কাৰ। ভাষাটো মাতৃভাষা নে ৰাজ্যভাষা নে ৰাষ্ট্ৰভাষা নে দ্বিতীয় ভাষা। সেই ভাষা-ভাষীসকল দোভাষী নে কি? সেই ভাষাটোৰ আন স্থানীয় ৰূপ বা উপভাষা আদি আছে নে নাই? সেই ভাষা কোৱা লোকসকলৰ ব্যাপাৰিক ভাষাৰ মাজত যদি ধ্বনিগত সামঞ্জস্য আছে তেনেহ'লে দুয়োটা ভাষাৰ ধ্বনি-প্ৰতীকবোৰ একে হোৱা বাঞ্ছনীয়। তেতিয়া হ'লে যিবোৰে এক শ্ৰেণী ধ্বনি-প্ৰতীক পঢ়িবলৈ শিকিছে তেওঁলোকে একে বা একে ধৰণৰ ধ্বনি-প্ৰতীকবোৰ নতুনকৈ শিকিবলৈ বাধ্য নহ'ব। কোনো এটা ভাষাৰ বৰ্ণমালা নিৰ্বাচন কৰোঁতে এক বিস্তৃত অঞ্চলক সামৰি ল'ব পৰা হ'ব লাগে। তেতিয়া হ'লে ভাষাটোৰ আঞ্চলিক বিশিষ্ট ধ্বনিবোৰৰো প্ৰতি-নিধিত্ব কৰাব পাৰি। তদুপৰি "কোনো ঠাইত কেইবাটাও ভাষা থাকিলে

২. Bolinger, D. : Aspects of Language, 1968, Writing

সেইবোৰক যিমানদূৰ সম্ভৱ একে ৰূপত লেখিব পাৰিলে সুবিধা হয়। সম্ভৱ হ'লে কোনো এটা স্থানীয় ভাষাৰ লেখন-পদ্ধতি সেই ভাষাৰ ওচৰত থকা আন মাতৃভাষা অথচ পাৰম্পৰিক যোগাযোগৰ ভাষা, ৰাজ্য-ভাষা বা ৰাষ্ট্ৰভাষাৰ লগত মিলা ধৰণৰ হোৱা উচিত।"[৩] আকৌ "প্ৰত্যেক ভাষাক তাৰ ওচৰ-পাজৰে থকা সাংস্কৃতিক পৰম্পৰা আৰু ব্যাপাৰিক ভাষাৰ দৃষ্টিকোণৰপৰা বিচাৰ কৰিব লাগে। ভাষাটোৰ ধ্বনি-পদ্ধতি আৰু আন ভাষাৰ লগত তাৰ সম্বন্ধ, এই দুয়োপিনৰ পৰা চাই-চিতিহে উপযুক্ত বৰ্ণমালা নিৰ্ধাৰণ কৰিব পাৰি।"[৪]

এইখিনি আলোচনা তত্ত্বীয় আলোচনা। এই আলোচনাৰপৰা আমি ব্যৱহাৰিক দিশত আগ বাঢ়িব লাগিব। "আমাৰ থলুৱা ভাষা-গোষ্ঠীৰ বাবে উপযোগী লিপি ৰোমান নে অসমীয়া," এই বিচাৰৰ ভিত্তিও আগতে কৰা তত্ত্বীয় আলোচনাহে। অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ ভাষাবোৰ প্ৰধানকৈ তিব্বত-বৰ্মীয় শাখা-পৰিয়ালৰ ভাষা। এই ভাষাবোৰৰ কিছুমান কথিত ৰূপত আছে। কিছুমানত মিছনেৰিসকলে ৰোমান লিপিৰ আশ্ৰয়ত কিছুমান প্ৰাথমিক পুথি ৰচনা কৰিছে। কিছুমান অসমীয়া লিপিত লেখা হৈছে আৰু কিছুমানৰ ক্ষেত্ৰত অসমীয়া আৰু ৰোমান দুয়োটা লিপিতে লেখাৰ নিদৰ্শনো আছে। কিন্তু কোনো ক্ষেত্ৰতে হ'লে বৈজ্ঞানিক পদ্ধতি অৱলম্বন কৰি আগ বঢ়া হোৱা নাই। এতিয়া কিছুমান ভাষা-ভাষী লোকে অকল ৰোমান লিপিৰ কথাহে চিন্তা কৰিছে। এই ক্ষেত্ৰত ভাৱাবেগো যথেষ্টৰূপে বৃদ্ধি পাইছে। কিন্তু তাকে নকৰি বৈজ্ঞানিক আৰু সামাজিক দৃষ্টিভঙ্গীৰে আগ বঢ়াহে যুক্তিসঙ্গত। প্ৰথমতে অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ প্ৰাথমিক ভাষাবৈজ্ঞানিক বিশ্লেষণৰ দ্বাৰা বিশিষ্ট ধ্বনিবোৰ নিৰ্ণয় কৰিব লাগে। তাৰ পাছত সেইবোৰক সেই ভাষা-গোষ্ঠীৰ চাৰিও-ফালে থকা সাংস্কৃতিক পৰম্পৰাযুক্ত ব্যাপাৰিক আৰু ৰাজ্যভাষা অসমীয়া

৩. Fishmen, J. A. : Readings in the Sociology of Language, 1968, The Report of the UNESCO Meeting of Specialists, 1951

৪. Pike, K. L. : Phohemics, 1954, The Formation of Practical Alphabets.



ভাষাৰ অসমীয়া লিপিৰ দ্বাৰা যিমানখিনি প্ৰতিনিধিত্ব কৰাব পাৰি চাব লাগে। দুই-এঠাইত দৰ্কাৰ হ'লে অসমীয়া লিপিক সামান্যৰূপে সংস্কাৰ কৰি ব্যৱহাৰ কৰিব পাৰি।

অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ লোকসকল প্ৰধানকৈ দোভাষী। অসমীয়া ভাষা তেওঁলোকৰ দ্বিতীয় ভাষা। অসমীয়া ভাষাৰ ধ্বনিতত্ত্বত তিব্বত-বৰ্মীয় ভাষাৰ যথেষ্ট বৰঙণিও আছে আৰু সেইবোৰে অসমীয়া ভাষাৰ ৰূপটোকে স্থকীয়া কৰিও পেলাইছে। সংস্কৃতৰ দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ ঠাইত অসমীয়াত দন্তমূলীয় ধ্বনিহে উচ্চাৰিত হয়। সংস্কৃতৰ তালব্য ধ্বনিও অসমীয়াত দন্তমূলীয় ধ্বনিত পৰিণত হৈছে। সংস্কৃতৰ অযুক্ত উষ্ম ধ্বনিৰ 'স' ৰূপে উচ্চাৰণ হয়। অসমীয়া ভাষা এই বৈশিষ্ট্য-বোৰৰ গুৰিত তিব্বত-বৰ্মীয় ভাষাৰ প্ৰভাৱৰ কথা ভাষা-বিজ্ঞানীসকলে স্বীকাৰ কৰিছে। "অসমীয়া ভাষাত দ্ৰাবিড় ভাষাৰ মূৰ্ধন্য ধ্বনিৰ উচ্চাৰণত বাধা প্ৰদান কৰা প্ৰভাৱৰ ভিতৰত তিব্বত-বৰ্মীয় প্ৰভাৱ আছে" (গ্ৰিয়াৰ্ছন)। গতিকে ধ্বনিগত সামঞ্জস্য থকা ধ্বনি-প্ৰতীকবোৰ অসমীয়া আৰু থলুৱা ভাষা-গোষ্ঠীৰ একে হোৱা যুগুত। অসমৰ থলুৱা ভাষাবোৰৰ প্ৰায় ভাগতে নাসিক্য ধ্বনি ন, ম, ঙ, ঞ আদি আছে। অনুনাসিকতাও এই ভাষা-বোৰৰ বিশিষ্ট ধ্বনি। ইয়াক বুজাবলৈ অসমীয়াত ঁ চন্দ্ৰবিন্দুৰ ব্যৱস্থা আছে। ঙ, ঞ, ঁ আদি বুজাবলৈ ৰোমান লিপিত সুবিধা নাই। এই ভাষাবোৰৰ কিছুমান স্থকীয়া স্বৰধ্বনি আছে। প্ৰধানকৈ সেইবোৰ কেন্দ্ৰীয় স্বৰ নাইবা প্ৰশ্চ প্ৰসৃত স্বৰ। সেইবোৰক বুজাবলৈ ৰোমান লিপিত কোনো ব্যৱস্থা নাই। আনপিনে অসমৰ থলুৱা ভাষাবোৰৰ বেছি ভাগ সুৰযুক্ত ভাষা। কিছুমানত আকৌ স্বৰৰ দৈৰ্ঘ্য বিশিষ্ট ধ্বনি। ৰোমান লিপিত সুৰ আৰু স্বৰৰ দৈৰ্ঘ্য বুজোৱা ব্যৱস্থাও নাই। অসমীয়াত হ'লে দীৰ্ঘ স্বৰ লেখাৰ ব্যৱস্থা আছে। যিবোৰ ভাষাত স্বৰৰ দৈৰ্ঘ্য বিশিষ্ট ধ্বনি নহয় কিন্তু সুৰহে, বিশিষ্ট ধ্বনি আৰু সেই সুৰ যদি তিনিটাতকৈ অধিক নহয়, তেনেহ'লে তাৰ এটাৰ বাবে কোনো চিন ব্যৱহাৰ নকৰি বাকী দুটাক দৈৰ্ঘ্যৰ চিহ্নেৰে বুজাব পৰা যায়। অসমীয়াত অনেক ব্যঞ্জন-ধ্বনিৰ প্ৰতীক আছে। সুবিধা অনুযায়ী থলুৱা ভাষা-গোষ্ঠীৰ ক্ষেত্ৰত

সেইবোৰ ব্যৱহাৰ কৰিব পাৰি। গতিকে বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে চালে আমাৰ থলুৱা ভাষা-গোষ্ঠীৰ লিপি ৰোমান হোৱাৰ যুক্তিযুক্ততা দেখা নাযায়। ৰোমান লিপি আন কি ইংৰাজী ভাষা লেখিবৰ কাৰণেও বৈজ্ঞানিক দৃষ্টিকোণৰপৰা সম্পূৰ্ণৰূপে উপযুক্ত নহয়। ইংৰাজী ভাষাত বিশিষ্ট স্বৰ আৰু ব্যঞ্জনধ্বনি কেতবোৰক ৰোমান লিপিৰে প্ৰতিনিধিত্ব কৰাব নোৱাৰি।

সামাজিক দৃষ্টিভঙ্গীৰপৰা চাবলৈ গ'লে আমাৰ থলুৱা ভাষা-গোষ্ঠীৰ লিপি অসমীয়াৰ বাহিৰে আন একোৱেই হোৱাৰ থল নাই। অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ লোকসকল অসমীয়া-ভাষী লোকসকলৰ লগতে প্ৰাগ্ ঐতিহাসিক যুগৰপৰা বসবাস কৰি আহিছে। অসমীয়া ভাষাই তেওঁলোকৰ ব্যাপাৰিক ভাষা; আন কি অসমীয়া ভাষাই তেওঁলোকৰ ভিতৰতে বিভিন্ন-ভাষীসকলৰ মাজৰ পাৰস্পৰিক যোগাযোগৰো ভাষা। প্ৰাচীন কালৰপৰা অসমীয়া ভাষাটো বৰাহী-কছাৰী-কমতা-কোচ-আহোম আদি ৰজাসকলৰ পৃষ্ঠপোষকতাত বিকশিত আৰু পৰিপুষ্ট হৈ বিভিন্ন যুগত অসমৰ ৰাজ্যিক ভাষাৰ স্থান অধিকাৰ কৰি আহিছে। অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ লিপিৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ প্ৰকৃত স্থিতিৰ কথা চিন্তা কৰিবই লাগিব। সুখৰ কথা উঠি অহা দুই-এজন শিক্ষিত লোকে এই বিষয়ে চিন্তা নকৰাকৈ থকা নাই। এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য হৈছে অধ্যাপক শ্ৰীনাহেন্দ্ৰ পাদুনে 'মিচিং ভাষাৰ লিপি'ত কৰা মন্তব্যটো। তেওঁ লিখিছে: "মিচিংসকলৰ বেছিভাগেই অসমীয়া ভাষা ক'ব পাৰে আৰু অসমীয়া মাধ্যমেৰে শিক্ষা লাভ কৰিছে। গতিকে শিক্ষিতসকলৰ মাজত কম-বেছি পৰিমাণে অসমীয়া বৰ্ণ-লিপিৰ লগত পৰিচয় আছে বুলি ধৰি ল'ব পাৰি। সেয়েহে অসমীয়া লিপিৰে মিচিং ভাষাটো প্ৰকাশৰ প্ৰচেষ্টা এটা কৰিলে সৰ্বসাধাৰণৰ ফালৰপৰা জনপ্ৰিয়তা আৰু আগ্ৰহৰ অভাৱ নহ'ব যেন লাগে।" এই উক্তি অকল মিচিঙৰ ক্ষেত্ৰতে নহয়, সকলো থলুৱা ভাষা-গোষ্ঠীৰ ভাষাৰ ক্ষেত্ৰতে প্ৰযোজ্য। শ্ৰীপাদুন এজন ভাষা-বিজ্ঞানৰ ছাত্ৰ। তেওঁ মিচিং ভাষাটোক ভাষাবৈজ্ঞানিক দৃষ্টিৰে বিশ্লেষণ কৰি তাৰ বিশিষ্ট ধ্বনিবোৰ উলিয়াই অসমীয়া লিপিৰে সুন্দৰকৈ প্ৰকাশ



কৰিবলৈ সমৰ্থ হৈছে। আন এজন শিক্ষিত ডেকা ৰয় ইংহীয়ে মিকিৰ ভাষাৰ এখন পুথি ৰচনা কৰি আমাৰ ওচৰ চপাত সেই ভাষাটোৰ বিশ্লেষণৰ দ্বাৰা বিশিষ্ট ধ্বনিবোৰ উলিয়াই সেই সুৰযুক্ত ভাষাটো অসমীয়া লিপিৰে লেখাৰ ব্যৱস্থা দেখুৱাই দিয়া হৈছে। বড়ো শাখাৰ অন্তৰ্গত দেউৰী-চুতীয়া ভাষাৰ বিশ্লেষণ কৰি দেখা গৈছে যে এই ভাষাটোও অসমীয়া লিপিৰে বিশেষ অসুবিধা নোহোৱাকৈ লেখিব পৰা যায়। ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই 'বড়ো ভাষাৰ বৰ্ণনাত্মক বিশ্লেষণ' গ্ৰন্থত যিবোৰ বড়ো ভাষাৰ বিশিষ্ট ধ্বনিৰ বিৱৰণ দিছে, সেইবোৰ দুই-এঠাইত এঠাইত যৎসামান্য পৰিৱৰ্তন ঘটাই অসমীয়া লিপিৰে প্ৰকাশ কৰিব পাৰি।

এটা সুস্থ পৰিৱেশ আৰু আগ্ৰহ হ'লে অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ লিপি অসমীয়া হোৱাত কোনো ধৰণৰ বাধা নাই আৰু ইয়াত আপত্তিৰো কোনো অৱকাশ নাই। অসমৰ থলুৱা ভাষা-গোষ্ঠীৰ লিপি-নিৰ্ধাৰণৰ বাবে এইকেইটা কথাৰহে বেছি আৱশ্যক: ভাষাবোৰৰ ভাষা-বৈজ্ঞানিক বিশ্লেষণ, অসমৰ সামাজিক জীৱনৰ বাস্তৱ ৰূপৰ স্বীকৃতি, সহনশীল মনোভাৱ আৰু দূৰদৰ্শিতা।

মেদিনী চৌধুৰী

## বড়ো পণ্ডিতসকললৈ এটি অনুৰোধ

দেশৰ জনসাধাৰণৰ যি কোনো গোষ্ঠীয়েই নিজ মাতৃ ভাষাৰ জৰিয়তে নিজৰ বুদ্ধি-বৃত্তিৰ বিকাশ কৰিবলৈ পোৱাটো সংবিধান-প্ৰতিশ্ৰুত এটা মৌলিক অধিকাৰ। সেই দিশৰপৰা বিচাৰ কৰি চালে অসমৰ বড়ো-ভাষাৰ জৰিয়তে শিক্ষা লাভ কৰিবলৈ দিয়াটো আমাৰ ৰাজ্য চৰকাৰৰ এটা প্ৰশংসনীয় ব্যৱস্থা আৰু প্ৰত্যেক গণতন্ত্ৰত বিশ্বাসী লোকেই তেনে ব্যৱস্থাৰ প্ৰতি আদৰণি জনাবলৈ বাধ্য। অসম সাহিত্য সভাই বড়ো ভাষাৰ স্বীকৃতিক এনে এক দৃষ্টি-ভংগীৰেই গ্ৰহণ কৰি আহিছে। অৱশ্যে সাংবিধানিক সমৰ্থন যিমানে জোৰদাৰ নহওক লাগিলে, ভাষা এটাক পুনৰুজ্জীৱিত কৰি তোলা মুখৰ কথা নহয়। বিশেষকৈ, বড়ো ভাষাৰ ক্ষেত্ৰত এই সমস্যাৰ সমাধান অতি কঠিন ব্যাপাৰ; কিয়নো অসমত থকা বড়ো-কছাৰী গোষ্ঠীৰ লোকসকলৰ শতকৰা পঁচিশজনেহে (আনুমানিক) বড়ো ভাষাক মাতৃভাষা-স্বৰূপে ব্যৱহাৰ কৰে। আনহাতে ভাষাটোক গঢ় দি তোলাত উদ্যোক্তাসকলে নিজেই জটিলতাৰ সৃষ্টি কৰিছে।

জটিলতা প্ৰথম আৰু প্ৰধান হ'ল লিপি লৈ। বড়ো ভাষা আমাৰ ধাৰণামতে কেতিয়াও লিখিত ভাষা নাছিল। অসমৰ আদিম ডিবছা জনগোষ্ঠীয়েও নিজৰে ভাষাক লিখিত ভাষা হিচাপে ব্যৱহাৰ কৰিছিল নে নাই সন্দেহ। অতীজত অসমত বিভিন্ন ভাষা প্ৰচলিত আছিল যদিও তাৰ কোনো এটা ভাষাই ৰোমান লিপি ব্যৱহাৰ কৰিছিল বুলি ভবাৰ থল নাই। কিন্তু আচৰিত কথা, বড়োসকলে নিজৰ ভাষাৰ ক্ষেত্ৰত ৰোমান লিপি ব্যৱহাৰ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। বড়োসকলে ৰোমান লিপি লোৱা সম্পৰ্কত আমাৰ মাত মাতিব লগীয়া একো নাই; কিন্তু ভাষাৰ এজন সাধাৰণ পাঠক হিচাপে আমি বিনীতভাৱে ক'ব খোজোঁ যে, যি যুক্তিৰ ওপৰত নিৰ্ভৰ কৰি অসমীয়া লিপিক বাদ দি ৰোমান লিপিক গ্ৰহণ কৰা হৈছে, সেই যুক্তিবোৰত সন্দেহৰ অৱকাশ আছে।



যেনে, এঠাইত কোৱা হৈছে যে, অসমীয়া-বঙলা আদি লিপি বড়ো ধ্বনি প্ৰকাশ কৰিবলৈ অসমৰ্থ। এই সম্পৰ্কে এটা বিতৰ্কৰ অৱতাৰণা কৰাৰ প্ৰবৃত্তি নাথাকিলেও আমি ক'ব লাগিব যে, লিপি ধ্বনিমূলক বা অক্ষৰ-মূলক হ'ব পাৰে (phonetic, syllabic), ধ্বনিগত পৰিচয় (phonetic reference) ৰূপগত পৰিচয় (morphemic reference) বহন কৰিব পাৰে। ধ্বনিৰ প্ৰৱণতা আছে। প্ৰাচীন কালৰপৰা প্ৰচলিত বৰ্ণমালা আধুনিক কালৰ সকলো ধ্বনিৰ প্ৰকাশ কৰিবলৈ অক্ষম। ধ্বনিৰ পৰিৱৰ্তন যেনে দ্ৰুত তাৰ লগত সামঞ্জস্য ৰাখি লিপি পৰিৱৰ্তন কৰিবলৈ হ'লে একোটা জাতি বহুত পিছ পৰিব লাগিব। অৰ্থাৎ দুশ চাৰি শ বছৰৰ অন্তৰে অন্তৰে লিপি পৰিৱৰ্তন কৰি থাকিব লাগিব।

কোনো ভাষাতেই লিপিয়ে সেই ভাষাৰ বিভিন্ন ধ্বনিক যথাযথ-ভাৱে প্ৰকাশ কৰিব নোৱাৰে। ত্ৰুটিহীন লিপি-ব্যৱস্থা পৃথিৱীৰ কোনোবা ভাষাত আছে যদিও আমি নাজানো। আমাৰ বোধেৰে ক'তো নাই। বড়ো ভাষাৰ উচ্চাৰণ চিৰন্তন আৰু অপৰিৱৰ্তনীয় বুলি ধৰি লোৱাটো ভুল হ'ব।

ফিনিচীয়সকলৰপৰা ৰোমানসকললৈকে লিপিৰ যিটো বিৱৰ্তন আৰু লেখা পদ্ধতিৰ যিটো পৰিৱৰ্তন ঘটিছে, সেই কথাটো ভালদৰে অনুধাৱন কৰিলে বৰ্ণমালাৰ ধ্বনিৰে সৈতে সমতা ৰখাৰ দুৰ্বলতা উপলব্ধি কৰিব পৰা হ'ব। ৰোমানসকলে খ্ৰীষ্টপূৰ্ব চতুৰ্থ শতিকাৰ ভিতৰতে গ্ৰীক আৰু এট্ৰাস্কান লিপিৰ সামঞ্জস্য ঘটাইছিল আৰু শেহলৈ তেওঁলোকৰ বৰ্ণমালাৰ ২৩টা বৰ্ণৰ লগত j, u আৰু w, এইকেইটা আখৰো সংযোগ কৰিছিল। ক্ৰমবিৱৰ্তিত ধ্বনিৰ লগত সমতা ৰখাৰ বাবে তেওঁলোকে এইবোৰ কৰিব লগীয়াত পৰিছিল।

বড়ো ভাষাত কেৱল উ আৰু ঔৰ মাজত থকা এটা বিশেষ ধ্বনি আছে। সেই ধ্বনিটো প্ৰকাশ কৰিবৰ কাৰণে ইতিমধ্যে অসমীয়া লিপিত (৷) এই চিহ্নটো ব্যৱহাৰ কৰা হৈছে। তাত বাদে বৰ্তমান প্ৰচলিত বড়ো ভাষাত এনে কোনো ধ্বনি নাই, যিটো ধ্বনি অসমীয়া লিপিৰে প্ৰকাশ কৰিব নোৱাৰি। 'হা' (মাটি) এই শব্দৰ হ্ৰস্ব 'আ' ধ্বনিৰ প্ৰকাশৰ

বাবে অসমীয়া বা ৰোমান দুয়োটা লিপিতে বিশেষ সংকেতৰ সহায় ল'ব লাগিব ।

লিপিৰ বিৱৰ্তনৰ ইতিহাস চালে দেখা যায় যে, প্ৰত্যেক লিপিয়ে একোটা চৰিত্ৰ প্ৰকাশ কৰে। ৰোমান লিপিয়ে ভাৰতীয় চৰিত্ৰ অথবা ভাৰতীয় লিপিয়ে ফিনিচীয় চৰিত্ৰ প্ৰকাশ কৰিব নোৱাৰে। লিপিৰ লগত সমাজৰ, সংস্কৃতিৰ প্ৰশ্নটোও জড়িত । বিভিন্ন ভাষা-ভাষীৰ সমন্বয়ত অসমীয়া সংস্কৃতি গঢ় লৈ উঠিছে । ইয়াৰে কোনোবা এটা থলুৱা ভাষা-গোষ্ঠীয়ে ৰোমান লিপি ল'লে তেওঁলোক অসমৰ সংস্কৃতিৰপৰা সম্পূৰ্ণৰূপে বিচ্ছিন্ন হৈ পৰিব আৰু তাৰ ফলত পৰস্পৰৰ দৃষ্টিত পৰস্পৰক বিদেশী যেন লগা হ'ব ।

আৰু এটা কথা, ৰোমান লিপি ভাৰতীয় ধ্বনিৰ প্ৰতীক হ'ব নোৱাৰে। ৰোমান লিপি লোৱাৰ আগতে ট্ৰেন্সলিটাৰেছন আৰু ট্ৰেন্সক্ৰিপ-ছনৰ নিয়মো জানিব লাগিব। ৰোমান লিপিত থলুৱা ভাষাৰ কিতাপ লিখিলে লিপিৰ উচ্চাৰণ-বৈশিষ্ট্য নজনা হেতুকে আনৰ বাবে সেই ভাষাৰ দুৱাৰ চিৰদিনৰ বাবে বন্ধ হৈ যাব, যাৰ ফলত ভাষাৰ প্ৰসাৰত ব্যাঘাত জন্মিব। উদাহৰণ-স্বৰূপে, ইংৰাজীৰ ধ্বনি-বৈশিষ্ট্য নাজানিলে 'put' আৰু 'but' এই দুইটা শব্দৰ উচ্চাৰণ মানুহে একে ধ্বনিৰে কৰাটো স্বাভাৱিক ।

এনেবোৰ প্ৰশ্নৰ উপৰিও, আৰু কেইটামান ঘনিষ্ঠ আৰু অপৰিহাৰ্য কথা চিন্তা কৰিবৰ কাৰণে বড়ো চিন্তাবিদ্‌সকলক অনুৰোধ কৰিছোঁ। বড়ো ভাষা-ভাষীসকলক প্ৰতিজন শিক্ষিত লোকৰেই অসমীয়া লিপিৰ লগত পৰিচয় আছে। লিপিৰ ক্ষেত্ৰত সংহতিৰ প্ৰয়োজন আছে। চাওতালী ভাষাই তিনিটা বিভিন্ন লিপি ব্যৱহাৰ কৰা কাৰণে আজিলৈকে এটা সুস্থ গঢ় ল'ব পৰা নাই । আনহাতে স্বকীয় লিপিহীন যি ভাষা-গোষ্ঠীয়েই ৰোমান লিপি ব্যৱহাৰ কৰিছে, সেই ভাষা-গোষ্ঠীয়েই ভাৰতৰ মাটিত কোনো চমকপ্ৰদ প্ৰসাৰ অথবা কৃতিত্ব দৰ্শাব পৰা নাই ; আৰু সেই বাবে



যি যি ভাষা-গোষ্ঠীয়ে এনে ধৰণে ৰোমান লিপি গ্ৰহণ কৰিছে সেই গোষ্ঠীৰ লোকসকল—আমাক ক্ষমা কৰিব—অৰ্থনৈতিক আৰু বৌদ্ধিক দিশত অনগ্ৰসৰ ।

মই বড়ো ভাষা-ভাষীসকলক অনুৰোধ জনাইছো, যদিহে তেখেত-সকলৰ প্ৰচ্ছন্ন ৰাজনৈতিক উদ্দেশ্য নাই, কেৱল বড়ো-ভাষা-ভাষীসকলৰ তথা এই দেশৰ কল্যাণ কামনাই কৰে, তেন্তে এই লিপিৰ বিষয়টো পুনৰ্বিবেচনা কৰা উচিত হ'ব।

আমি লিপি-নিৰ্বাচনৰ প্ৰশ্নটোত ৰাজনৈতিক অভিসন্ধিৰ গোন্ধ এই কাৰণেই পাইছোঁ যে, বড়ো পণ্ডিতসকলে ৰোমক লিপি গ্ৰহণৰ সপক্ষে কিছুমান তৰল যুক্তিৰ অৱতাৰণা কৰিছে আৰু নিজে চিন্তা নকৰি আনে সম্পূৰ্ণ বেলেগ পৰিপ্ৰেক্ষিতত কোৱা কিছুমান উক্তিৰ আশ্ৰয় লৈছে। ডক্টৰ সুনীতিকুমাৰ চেটাৰ্জীয়ে ৰোমক লিপি সমিতিত ৰোমক লিপিৰ নিৰ্ভেজাল গুণানুকীৰ্ত্তন কৰি কোৱা কথা এআষাৰকে বেদবাক্য স্বৰূপে বড়োভাষাৰ ক্ষেত্ৰত প্ৰয়োগ কৰিবলৈ যোৱাৰ আগতে আৰু বহুতো ভাবিব লগীয়া প্ৰশ্ন থাকিব পাৰে।

অসমীয়া ভাষাৰ 'স' টোৰ উচ্চাৰণ জাৰ্মান ভাষাৰ দৰে হয় দেখি অসমীয়া ভাষা জাৰ্মানত লিখিব লাগিবনেকি বাৰু? এনেবোৰ যুক্তি-তৰ্কেৰে বড়ো-ভাষা-ভাষী সৰল জনসাধাৰণক আভুৱা ভাৰি কোনে কি স্বাৰ্থ পূৰাবলৈ গৈছে, আমি নাজানো। বড়ো সাহিত্য সভাৰ লিপি-বাছনি আৰু লিপি-নীতি হয়তো আইন-সংগতো হ'ব পাৰে। কিন্তু আইনৰ দোহাই দি, কিছুমান অনুপযোগী যুক্তিৰ আশ্ৰয় লৈ জনদিয়েকৰ মনত ভেদ পূৰাই আত্মসন্তুষ্টিহে লভিব পাৰিব—বড়ো ভাষা আজি বহু বছৰ ধৰি অসমীয়া লিপিতে লেখা হৈ আছে । আৰু তেনেদৰে লেখা পাঠ্য পুথিৰে বড়ো ছাত্ৰ-ছাত্ৰীক শিক্ষাদানো কৰা হৈছে। এতিয়া পাহাৰীসকলক দেখি বড়ো পণ্ডিত-সকলে নতুন মত লোৱা দেখি আমি শংকাকুল হৈ পৰিছোঁ। পাহাৰী-সকলে কি পৰিস্থিতিত ৰোমক লিপি গ্ৰহণ কৰিলে, অথচ মণিপুৰ মিকিৰ পাহাৰ, উত্তৰ কাছাৰত কিয় এতিয়াও সেইটো হৈ উঠা নাই

আৰু বড়ো চিন্তাবিদসকলে কিয় অসমীয়া লিপি গ্ৰহণ কৰিছিল, এইবোৰৰ অন্তৰালত কিছুমান ঐতিহাসিক কাৰণো নোহোৱা নহয়। সেই ঐতিহাসিক কাৰণ যিয়েই নহওক লাগিলে দেশৰ মাটি-প্ৰাণীৰ লগত সংযোগহীন লিপিয়ে কাৰোবাৰ কিবা উদ্দেশ্য সাধন হয়তো কৰিব পাৰে ; কিন্তু দেশৰ ভাষাক প্ৰতিষ্ঠিত কৰিব নোৱাৰে—ই ধ্ৰুৱ সত্য। বড়ো পণ্ডিতসকলে এই কথাখিনি চিন্তা কৰি লিপি-বাছনি সিদ্ধান্ত পুনৰ্বিবেচনা কৰিবলৈ অনুৰোধ কৰিলোঁ।

প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য

# অসমৰ বৰ্তমান সামাজিক আৰু জনজাতীয় পটভূমিত লিপি-সমস্যা : বড়ো ভাষা আৰু অসমীয়া ভাষাৰ গঠনমূলক সাদৃশ্যৰ ভিত্তিত লিপি-নিৰ্ধাৰণ

## আগকথা

০.০ ১৯৭৪ চনৰ অসমৰ মানচিত্ৰখনত এতিয়ালৈকে গোৱালপাৰা, কামৰূপ, দৰং, নগাওঁ, শিৱসাগৰ, মিকিৰপাহাৰ, লক্ষীমপুৰ, ডিব্ৰুগড়, উত্তৰ কাছাৰ, এই নখন জিলাহে ৰাজনৈতিকভাৱে সাঙোৰ খাই আছে। অসমৰ উত্তৰ-পূব অঞ্চলত অৰুণাচল, দক্ষিণ-পূব-অঞ্চলত নগাভূমি (নগালেণ্ড), মণিপুৰ আৰু দক্ষিণত মিজোৰাম, ত্ৰিপুৰা আৰু মেঘালয় ৰাজ্যৰ অৱস্থিতি আৰু ৰাজনৈতিক অভ্যুদয় ঘটিছে। ১৯৪৭ চনত স্বাধীনতা-লাভৰ সময়ৰপৰা যোৱা সাতাইশ বছৰৰ ভিতৰত হোৱা ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক পৰিৱৰ্তনৰ পটভূমিত, ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ ভাষাৰ ভেটিত ৰাজ্য পুনৰ্গঠনৰ সিদ্ধান্ত আৰু তাৰ প্ৰতিক্ৰিয়া জনজাতীয় গোষ্ঠী-চেতনা, প্ৰাদেশিক ৰাজ্যিক তথা বিচ্ছিন্নতা, সম্প্ৰদায় আৰু অঞ্চল-বিশেষে স্বকীয়া চিন্তা আৰু বিভেদকামিতাই ক্ৰমে গা কৰি উঠিছে। ৰাজনৈতিক আশা-আকাঙ্ক্ষা, নিৰ্বাচনঅভিমুখী আগ্ৰহ আৰু ক্ষমতাৰ লোভ সম্প্ৰতি ভাৰতীয় গণৰাজ্যৰ সকলোতে বিৰাজমান। পাকিস্থান, চীনদেশ, ব্ৰহ্মদেশ, বাংলাদেশ আদি চুবুৰীয়া ৰাজ্যৰ সংস্পৰ্শত থাকিও আমি ভাৰতবাসীয়ে মুখত ঐক্য, সংহতিৰ বাণী আওৰালেও আন্তৰিকতাৰ বিভেদ, বিদ্বেষ আৰু ৰাজনৈতিক ক্ষমতা-ভোগ আৰু সুবিধাৰ ক্ষালেহে ঢাপলি মেলিছে। এনে সামাজিক পটভূমিত ভাষা, সাহিত্য, লিপি, শিক্ষাৰ মাধ্যম আদি বিদ্যাসুলভ বিষয়ৰ ওপৰতো ৰাজনৈতিক প্ৰভাৱ, থলুৱা আৰু সম্প্ৰদায়-সুলভ চিন্তা-ধাৰণা প্ৰতিফলিত হোৱাহে দেখা গৈছে। এনে প্ৰভাৱ চিন্তা-ধাৰণাৰপৰা মুক্ত

হ'ব নোৱাৰিলে, যি কোনো সাহিত্যিক প্ৰতিষ্ঠান তথা শিক্ষানুষ্ঠানে এনেবোৰ বিষয়ত নিৰপেক্ষ, বৈজ্ঞানিক বিচাৰ কাৰ্যকৰী কৰা সহজ নহয়।

## ভাষা আৰু লিপিৰ সমস্যা

১.০ অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত দ্বিতীয় লেখকশিবিৰ উপলক্ষে অনুষ্ঠিত লিপি-সম্পৰ্কীয় আলোচনা-চক্ৰত নিমন্ত্ৰিত-ৰূপে মোৰ বক্তব্য নিবেদন কৰাৰ আগতে, মই পুনৰাই কওঁ যে অসমৰ বড়ো ভাষা প্ৰমুখ্যে মিচিং, কাৰ্বী, ডিমাছা, ৰাভা, টিওৱা, দেউৰী আদি থলুৱা তথা জনজাতীয় ভাষাৰ লিপি-নিৰ্ধাৰণৰ বেলিকা আমাৰ মনৰপৰা ৰাজনৈতিক ভাৱাবেগ, গোষ্ঠী-চিন্তা, ব্যক্তিগত আকাঙ্ক্ষা, বিদ্বেষ আদি আঁতৰাই ল'ব লাগিব। বৈজ্ঞানিক বিশ্লেষণ, বাস্তৱ সুবিধা-অসুবিধা, বহুজনৰ হিত-চিন্তা আৰু ভৌগোলিক তথা অৱস্থিতিমূলক পৰিৱেশৰ প্ৰতি লক্ষ্য ৰাখিহে ভাষাৰ বাবে উপযোগী লিপি বাছি উলিয়াব লাগিব। সাধাৰণ মানুহে ভাষা আৰু লিপিৰ মাজত পাৰ্থক্য বিচাৰি নেপাই খেলিমেলি লগায়। ভাষাতাত্ত্বিক তথা ভাষা-বিজ্ঞানীৰ কাৰণে ভাষা আৰু লিপিৰ মাজত যথেষ্ট পাৰ্থক্য আছে। ভাষা অৰ্থাৎ উচ্চাৰিত মাত-কথা মানৱ জাতিৰ মহামূল্যৱান সম্পত্তি। ভাষাৰ মূলতে মৌখিক ৰূপহে। লিখিত ৰূপ বা সৱৰৰাহৰ ভিন্ন পদ্ধতিবোৰ ঠাই-ভেদে, সুকীয়া সুবিধা অনুসৰি, লিপি, সংকেত চিহ্ন, খোদিত অক্ষৰ, বৰ্ণ আদি প্ৰক্ৰিয়াবোৰ মানৱ সমাজেহে যুগে যুগে উদ্ভাৱন কৰিছে। ভাষা অৰ্থাৎ উচ্চাৰিত মাত-কথাহে মৌলিক সম্বল। লিপি বা লেখন পদ্ধতি, উচ্চাৰণৰ ৰূপায়ণৰ শুদ্ধাশুদ্ধ বিচাৰ তথা ব্যাকৰণ আৰু তত্ত্ব-বিচাৰ পৰৱৰ্তী মানৱীয় প্ৰক্ৰিয়াহে। ভাৰতৰ পাণিনি, আমেৰিকাৰ লিওনাৰ্ড ব্লুমফিল্ড, চাৰ্লছ্ এফ্ হকেট আদি পণ্ডিতৰ ৰচনা-সমূহত ভাষাতত্ত্বৰ বৈজ্ঞানিক ব্যাখ্যা ভিন্ ভিন্ ৰূপত পোৱা যায়। ভাষা-বিজ্ঞানীৰ বাবে ভাষাহে মুখ্য, লিপি গৌণহে। তথাপিও অতীতৰ মাত-কথাৰ সংৰক্ষণৰ দৃষ্টিৰে লিপিৰ প্ৰয়োজন আছে; তদুপৰি লিপি বা লেখন-পদ্ধতিৰ ক্ৰমবিকাশ অধ্যয়নৰ বাবেও বিভিন্ন লিপিৰ গুৰুত্ব আছে। ভাৰত তথা অসমৰ সামাজিক পৰিৱেশত ভাষা আৰু লিপিৰ লগত



ভাৱাবেগজড়িত ওতঃপ্ৰোত সম্বন্ধ স্থাপনৰ চেষ্টা আমাৰ মনে-গঢ়া বুলি ভাবোঁ!

## পৃথিৱীৰ বিভিন্ন ভাষা আৰু লিপি

১.১ পৃথিৱীত ভিন ভিন লিপি আছে: ব্ৰাহ্মী, খৰোষ্ঠী, চৈনিক চিত্ৰ-লিপি, ৰোমান, দেৱনাগৰী তথা অসমীয়া-বঙলা লিপি, দ্ৰাবিড়ী লিপি-বোৰ, মৰাঠী, গুৰুমুখী, উড়িয়া লিপিৰ ভিন ভিন ৰূপবোৰ দেখিলে বিচিত্ৰ মানুহৰ বিচিত্ৰ সাজপাৰৰ দৰেই লিপিৰ এয়া যাদুঘৰো বিচিত্ৰ যেন লাগে। কোনো এটা লিপি ভাষা এটিৰ উচ্চাৰিত ধ্বনিবোৰৰ ৰূপায়ণৰ বাবে ব্যৱহৃত হ'লে আৰু জনসাধাৰণে সেই লিপি গ্ৰহণ কৰিলে—সেই লিপি কোনোপধ্যে বিদেশী বা বাহিৰা হৈ নাথাকে; উদাহৰণ-স্বৰূপে আমি যদি অসমীয়া-ভাষী জন-সাধাৰণে দেৱনাগৰী লিপিকে আজি গ্ৰহণ কৰি, আৱশ্যকীয় সংশোধন, সংযোজন আৰু সংস্কাৰ সাপেক্ষে অসমীয়া ভাষাৰ ধ্বনি-প্ৰকাশৰ বাবে ব্যৱহাৰ কৰোঁ, তেনেহলে সেয়ে সময়ত অসমীয়া দেৱনাগৰী লিপি হৈ পৰিব; কাইথেলী বুলি জনাজাত অসমীয়া আৰু বঙলা লিপিও ব্ৰাহ্মী-দেৱনাগৰী লিপিৰে ক্ৰমবিকাশ, পৰি-ৱৰ্তন আৰু স্থানীয় উপযোগিতাৰ পৰিণতি। যদি সমগ্ৰ পৃথিৱীতে এটা উমৈহতীয়া ভাষা ব্যৱহাৰৰ সম্ভাৱনা থাকিলহেঁতেন আৰু এটা মাত্ৰ উমৈ-হতীয়া লিপিৰো উদ্ভাৱন হ'লহেঁতেন, সেয়ে আদৰ্শৰ ফালৰ অতি কাম্য আছিল; কিন্তু সেইটো হৈ নুঠালৈকে আমি বিচিত্ৰ ভাষা, বিচিত্ৰ লিপিৰ মাজতে উদাৰতা, সহনশীলতা আৰু বিদ্যাসুলভ আগ্ৰহেৰে সহ-অৱস্থানৰ আৰু চৰ্চাৰ ব্যৱস্থা কৰিব লাগিব। মানুহৰ ভাত-কাপোৰ, ঘৰ-দুৱাৰ আদি প্ৰাথমিক সামাজিক অৰ্থনৈতিক চাহিদা পূৰণ কৰি ভাষা, সাহিত্য, সংস্কৃতি তথা লিপিৰ সমস্যাবোৰ আলাপ্ আলোচনা আৰু বিদ্যাসুলভ চিন্তা-চৰ্চাৰে সমাধানৰ বাবে বৰ্তমান অৱস্থাত আমি বৈজ্ঞানিক দৃষ্টিৰে আগ বঢ়া উচিত।

## ভাষাৰ বাবে লিপি নিৰ্ধাৰণ

২.০ কুৰি শতিকাৰ বৈজ্ঞানিক অগ্ৰগতিৰ পটভূমিত ভাষাবোৰ অৰ্থাৎ উচ্চাৰিত ধ্বনিবোৰ অকল লিপিৰে সংৰক্ষিত কৰাৰ উপৰিও টেপৰেকৰ্ডাৰ

ফনোগ্ৰাফ, আদি যান্ত্ৰিক উপায়েৰে বাণীবদ্ধকৰণৰ সুবিধা ঘটিছে। টেলিগ্ৰাফ, টেলিফোন আদিৰ সহায়তো আৰু ৰঙ্গমঞ্চ, কথাছবি, লোকগীত-নাট্যানুষ্ঠানৰ জৰিয়তেও ভাষাৰ ৰূপায়ণ হৈ থাকে। গতিকে ভাষাৰ বাবে লিপি এটা উপায়হে— লক্ষ্য বা আদৰ্শ নহয়। এনে ভাষা-বৈজ্ঞানিক দৃষ্টিৰে পৃথিৱীৰ ভাষা-বিজ্ঞানীসকলে আন্তঃৰাষ্ট্ৰীয় ধ্বনিতাত্ত্বিক সন্থাৰ বৰ্ণমালা উনৈশ শতিকাৰ শেষৰপৰা ব্যৱহাৰ কৰি আহিছে ঃ ১৯৫১ চনত আন্তঃৰাষ্ট্ৰীয় ধ্বনিতাত্ত্বিক বৰ্ণমালা (I.P.A.) পৰিছত সংশোধন কৰি আফ্ৰিকা, আমেৰিকা আদি মহাদেশৰ আদিম আৰু জনজাতীয় ভাষাৰ ধ্বনিবিচাৰ তথা লিপিকৰণত ব্যৱহাৰ কৰা হৈছে। যদি বৈজ্ঞানিক লিপি বুলি গ্ৰহণ কৰিব লগীয়া হয়, তেনেহলে পৰিছৰপৰা সংশোধিত আন্তঃৰাষ্ট্ৰীয় ধ্বনি-তাত্ত্বিক লিপিকে লোৱাটো পৃথিৱীৰ যি কোনো ভাষাৰ বাবে বাঞ্ছনীয়। কিন্তু কথা হৈছে— পৃথিৱীৰ ইমানবোৰ ভাষাৰ এনেধৰণৰ ভাষাতাত্ত্বিক বিশ্লেষণ কৰি আন্তঃৰাষ্ট্ৰীয় ধ্বনি-লিপি প্ৰয়োগ কৰাটো পণ্ডিত-সমাজ গৱেষণা অনুষ্ঠানৰ জৰিয়তে তাত্ত্বিকভাৱে কেতিয়াবালৈ সম্ভৱপৰ হ'লেও, বাস্তৱত আন্তঃৰাষ্ট্ৰীয় ধ্বনি লিপি বহু-জন-হিতায় সৰ্বসাধাৰণ গ্ৰাহ্য হোৱাৰ আশা নাই ; ৰোমান লিপিৰ আৱশ্যকীয় সংশোধন, সংযোজন, কূট-চিহ্ন-প্ৰয়োগৰ জৰিয়তে আন্তঃৰাষ্ট্ৰীয় ধ্বনি-লিপি হিছাপে গৃহীত হৈছে। ভাৰতবৰ্ষৰ ভিন ভিন্ ভাষাৰ কাৰণে ৰোমান লিপি গ্ৰহণ, দেৱনাগৰী-প্ৰৱৰ্তনৰ চেষ্টাবোৰ যোৱা স্বৰাজোত্তৰ কালত ব্যৰ্থ হৈছে। এনেস্থলত ভাষাৰ বাবে লিপি নিৰ্ধাৰণ এটি জটিল প্ৰশ্ন হৈ পৰিছে। যিবিলাক ভাষাৰ বাবে একোটা লিপি পুৰুষানুক্ৰমে ধাৰাবাহিকভাৱে চলি আছে, সেইবোৰ লিপি বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠিত হয় নে নহয়— সি বিচাৰ্য বিষয়। উদাহৰণস্বৰূপে ইংৰাজী ভাষাৰ বাবে ব্যৱহৃত ৰোমানলিপিটোত বৈজ্ঞানিক ভিত্তি তেনেই কম— চি-ইউ-টি কাট, বি-ইউ-টি বাট হোৱাই নট্ ছাৰ পি-ইউ-টি পাট' বুলি বুলি ইংৰাজী পঢ়াশালিত পঢ়োঁতে গোৱা বচনফাকিলৈ মনত পৰিছে। ইংৰাজী ভাষাও আন্তঃৰাষ্ট্ৰীয় ধ্বনি-লিপিৰে লিখোঁতে চলিত ৰোমান লিপিৰপৰা বহু পাৰ্থক্য ঘটে। ইংৰাজীৰ বাবে ৰোমান লিপি ব্যৱহাৰ কৰোঁতে আখৰৰ সংখ্যা ছাব্বিশটাহে, গতিকে সৰ্ব্বসাধাৰণৰ বাবে কম আয়াস আৰু কম কষ্টৰ দ্বাৰা ৰোমান লিপি-



জ্ঞান তথা যি কোনো ভাষাৰ লিপিকৰণত সুবিধা হব বুলি যিবোৰ যুক্তি দেখুওৱা হৈছে— সেইবোৰ অবৈজ্ঞানিক আৰু তলি-শুদা। একোটা ভাষাৰ ধ্বনিমূল বা ধ্বনিমান (phoneme) বিচাৰ কৰি বিশিষ্ট স্বৰ আৰু ব্যঞ্জন ধ্বনিৰ কাৰণে একোটা লিপি বা সংকেত বা আখৰ নিৰ্ধাৰণ কৰাৰ উপৰিও সংযুক্তধ্বনি, অৰ্ধস্বৰ, অৰ্ধব্যঞ্জন, শ্বাসাঘাত, স্বৰাঘাত, যোগসন্ধি, বাক্লহৰ (সুৰলহৰ) আদি ধ্বনিতাত্ত্বিক বৈশিষ্ট্যবোৰ ৰূপায়ণৰ কাৰণে নানা কূট, ধ্বনিসংকেত, ধ্বনিৰেখাৰ প্ৰয়োজন হয়। দেৱনাগৰী বৰ্ণমালাত প্ৰায় পঞ্চাশটা লিপি বা আখৰ থাকিলেই ভয় খাবৰ প্ৰয়োজন নাই ; সেয়া ভাৰতীয়-আৰ্যভাষাৰ বাবে সেই সময়ত প্ৰয়োজন আছিল। মনীষী পাণিনিৰ সময়তো আৰ্য, আৰ্য-ভিন্ন নানা ভাষা-উপভাষাৰ প্ৰয়োগ-ব্যৱহাৰ চলি আছিল। দেৱনাগৰী লিপি ৰোমান লিপিতকৈ কোনো-গুণে কঠিনতৰ নহয় আৰু অবৈজ্ঞানিকো নহয়। আৱশ্যকীয় পৰিৱৰ্তন, সংশোধন, কূট-চিহ্ন প্ৰয়োগ কৰিলে ৰোমান কিয় দেৱনাগৰী, কাইথেলী অসমীয়া-বঙলা, উড়িয়া আদি লিপিকো যি কোনো ভাষাৰ লিপিকৰণত ব্যৱহাৰ কৰিব পাৰি ঃ অৱশ্যে এই ক্ষেত্ৰত— (১) বৈজ্ঞানিক যুক্তি-যুক্ত বিচাৰ-সাপেক্ষে বিশিষ্ট ধ্বনিৰ (ধ্বনিমান) নিৰূপণ ; (২) ভৌগোলিক অৱস্থিতি আৰু স্থানীয় পাৰিপাৰ্শ্বিকতা বিচাৰ ; (৩) লেখক-প্ৰকাশক, ছপা-শাল, প্ৰচাৰৰ বাবে মানৱীয় আৰু যান্ত্ৰিক সুবিধাৰ মূল্যায়ন, (৪) বহুজনৰ হিতচিন্তা আৰু জাতীয়, ৰাজ্যিক, আঞ্চলিক সংহতি ৰক্ষা প্ৰমুখ্যে কেইটামান মূল সূত্ৰৰ আধাৰত যি কোনো ভাষাৰ বাবে লিপি নিৰ্ধাৰণ বিষয়টো চালি-জাৰি চাই সমাধানৰ পথ নিৰ্দেশ কৰিব পাৰোঁহঁক। ভাৰত তথা অসমৰ বৰ্তমানৰ সামাজিক পটভূমিত বড়ো, মিচিং, কাৰ্বী, ডিমাছা, ৰাভা, টিওৱা (লালুং), দেউৰী (চুতীয়া) আদি অসমৰ থলুৱা ভাষাৰ বাবেও লিপি-নিৰ্ধাৰণৰ ক্ষেত্ৰত উপৰক্ত মূলসূত্ৰ চাৰিটাকে সম্প্ৰতিকে দাঙি ধৰি, মই বড়ো ভাষা আৰু অসমীয়া ভাষাৰ গঠনমূলক সাদৃশ্যৰ ভিত্তিত লিপি নিৰ্ধাৰণৰ বিষয়ে অভিমত আগবঢ়ালোঁ।

### বিশিষ্ট ধ্বনি-নিৰূপণ

২.১ অসমীয়া ভাষাৰ বিশিষ্ট ধ্বনি বিশ্লেষণ কৰি ডক্টৰ বাণীকান্ত কাকতি,

কালিৰাম মেধি, ডক্টৰ উপেন্দ্ৰনাথ গোস্বামী, ডক্টৰ গোলোকচন্দ্ৰ গোস্বামীয়ে গৱেষণা-গ্ৰন্থত যিকেইটা স্বৰ, ব্যঞ্জন, অৰ্ধস্বৰৰ লেখ দিছে—সেইবোৰৰ ৰূপায়ণৰ বাবে পূৰ্বাপৰ চলি থকা তথাকথিত কাইথেলী আখৰ বা অসমীয়া লিপিৰ আটাইবোৰ বৰ্ণমালাৰ প্ৰয়োজন নহয়। অথচ অসমীয়া স্বৰ ধ্বনি এ' (ɛ), অ' আদিৰ বাবে সুকীয়া কূটচিহ্নৰ আৰু অসমীয়া কণ্ঠ্য উষ্ম বৰ্ণ ধ্বনিবাচক স/শ/ষ (উচ্চাৰণ একে) প্ৰকাশৰ কাৰণে সুকীয়া চিন বা বৰ্ণৰ আৱশ্যক; এই স/শ/ষৰ উচ্চাৰণ ডক্টৰ কাকতিয়ে X (এক্‌ছ) চিন ব্যৱহাৰ কৰি ইংৰাজী বা ৰোমান মাধ্যমত লিখিছে। বড়ো ভাষাৰ কাৰণেও আৱশ্যকীয় বিশিষ্ট স্বৰ-ধ্বনি-প্ৰকাশক অ (ও), আ, ই, উ, এ-ৰ বাহিৰেও আ' ধ্বনিৰ আৱশ্যক; ব্যঞ্জন ধ্বনিৰ বাবে অসমীয়া লিপিৰ স/শ/ষ (X) ধ্বনি অনাৱশ্যক। কিন্তু খ, গ, ঙ, ছ, জ, থ, দ, ন, ফ, ব, ম, ৰ, ল, হ, য়, আৰু ৱ ধ্বনিৰ আৱশ্যক। বড়ো ব্যাকৰণৰ ক্ষেত্ৰত ১৮৭৪ চনতে ৰেভাৰেণ্ড ছিডনী এণ্ডেলে, ১৮৯৫ চনত বড়ো সাধু আৰু গীতৰ ক্ষেত্ৰত জে. ডি. এণ্ডাৰছনে, ১৯৫৫ চনত জন বাৰ্টন-পেজে কৰা বৈজ্ঞানিক বিশ্লেষণ (পুনাৰ ডেক্কান কলেজৰপৰা প্ৰকাশিত ইণ্ডিয়ান লিংগুইষ্টিকছ আলোচনী) আৰু ১৯৫১ চনৰ ছেপ্টেম্বৰপৰা মই গুৱাহাটী বিশ্ববিদ্যালয় জাৰ্নেল (১৯৫৪) আৰু (১৯৫৬), ইণ্ডিয়ান লিংগুইষ্টিকছ (১৯৫৬), আদিৰ জৰিয়তে বিচাৰ বিশ্লেষণ কৰি পোৱা তথ্যৰ ভেটিত জনাব খোজোঁ যে বড়ো ভাষাৰ বিশিষ্ট ধ্বনি আৰু স্বৰাঘাত আদি ধ্বনি প্ৰকৰণ ৰোমান লিপিত প্ৰকাশ কৰিব লাগিলেও অতিৰিক্ত সংশোধন, সংযোজন, পৰিৱৰ্তন, কূট-যতি-চিহ্ন আৰোপ কৰিব লাগিব আৰু অসমীয়া লিপিতো কেইটামান সংশোধনি-সংযোজন-আৰোপণৰ প্ৰয়োজন হ'ব। তথাকথিত ৰোমান লিপিৰে এণ্ডেল, এণ্ডাৰছন আদিৰে গ্ৰন্থত আৰু গ্ৰিয়াৰছন আদি পণ্ডিতৰ লিংগুইষ্টিক ছাৰ্ভে অৱ ইণ্ডিয়া'ত অবিভক্ত ভাৰতবৰ্ষৰ ভাষা-উপভাষাৰ বৰ্ণনা দিওঁতে যি পদ্ধতি অৱতাৰণা কৰিছিল, তাতকৈ এতিয়াৰ ভাষা-বিজ্ঞানীসকলে সূক্ষ্ম আৰু যান্ত্ৰিক পদ্ধতি প্ৰয়োগ কৰি ভাৰতীয় ভাষা-সমূহৰ অধিকতৰ বৈজ্ঞানিক বিশ্লেষণ আগ বঢ়াইছে আৰু বিশিষ্ট ধ্বনি বিচাৰ কৰি লিপিকৰণৰ ক্ষেত্ৰত সহজসাধ্য বাট দেখুৱাব পাৰিছে। অসমীয়া ভাষাই ৰাজ্যিক, আঞ্চলিক পৰিৱেশত সংস্কৃত বৰ্ণমালাৰপৰা



আৱশ্যকীয় বৰ্ণমালা গ্ৰহণ কৰি অসমীয়া লিপিৰে পৰম্পৰা ৰক্ষা কৰিও বিশিষ্টধ্বনি-প্ৰকাশক লিপিকৰণ পদ্ধতি গ্ৰহণ কৰিব পাৰে আৰু সৰলী-কৰণেৰে বৰ্তমানৰ ভেটিত ভৱিষ্যৎ পাঠক-পাঠিকা আৰু নৱাগত ভাষা-ভাষীসকলৰ কাৰণে এটি দৃষ্টান্ত দেখুৱাব পাৰে। বড়ো ভাষায়ো ১৯২৪ চনত সতীশচন্দ্ৰ বসুমতাৰী সম্পাদিত 'বিবাৰ' নামৰ আলোচনী, ১৯২৬ চনত মদাৰাম ব্ৰহ্মৰ ৰচিত 'বৰোনি গুদি ছিবচা আৰো আৰচ' পুথিৰপৰা এতিয়ালৈকে বিবিধ আলোচনী; গ্ৰন্থ, পাঠ্যপুথিৰ জৰিয়তে বঙলা-অসমীয়া লিপিৰে বড়ো মাতৃভাষাৰ চৰ্চা কৰি আছে। ব্ৰিটিছ ৰাজত্বৰ আৰম্ভণি কালতে উনৈশ শতিকাৰ শেষ দুই দশকত খ্ৰীষ্টিয়ান মিছনেৰী আৰু ব্ৰিটিছ চৰকাৰী বিষয়াসকলে বিশেষ-উদ্দেশ্য-প্ৰণোদিত হৈ ৰোমানলিপি আৰু ইংৰাজী মাধ্যমেৰে বড়ো ভাষাৰ চৰ্চা আৰু ধৰ্ম প্ৰচাৰ কৰা চেষ্টাৰ তুলনাত, যোৱা পঞ্চাশ বছৰৰো অধিক কাল জুৰি বড়ো সমাজসেৱক, সাহিত্যিক আৰু ভাষা-সংস্কৃতি প্ৰেমীসকলে জাতীয় চেতনাৰে বঙলা-অসমীয়া তথা বড়ো লৌকিক লিপিৰে যিখিনি বৰঙণি যোগাইছে, সেয়া ৰোমানলিপিৰে কৰা আৰু প্ৰকাশিত সম্ভাৰতকৈ অধিকতৰ মূল্যৱান আৰু বহুজন-সমাদৃত তথা বহুজন-হিতায় বুলি মই ইতিপূৰ্বে বিবিধ প্ৰবন্ধ আৰু গৱেষণা গ্ৰন্থত লিখিত অভিমত দিছোঁ। ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায় আদি পণ্ডিতৰ তাত্ত্বিক অভিমত আৰু বাস্তৱ ৰূপায়ণৰ মাজত নানা অসুবিধা, আহুকাল যে আছে সেয়া বঙলা ভাষা আৰু বঙলা লিপিলৈ চকু দিলেই হ'ব। ৰেভাৰেণ্ড এণ্ডেলে তেওঁৰ ব্যাকৰণ আৰু মনোগ্ৰাফত অসমীয়া আৰু বড়োৰ ভাষাগত, সামাজিক-সাংস্কৃতিক সদৃশতাবোৰ ঠায়ে ঠায়ে আঙুলিয়াই গৈছে; এণ্ডাৰছনে 'কছাৰী ফ'কটেলছ এণ্ড ৰাইমছ'ৰ পাতনিত (১৮৭৫চন) তেওঁ দৰং জিলাত ছয় সপ্তাহ ভ্ৰমণ কৰি সংগৃহীত সাধুকথা আৰু গীতমাতৰ বিষয়ে এনেদৰে লিখিছে— "বেছি-সংখ্যক শব্দ কছাৰী যদিও বাক্যৰীতি অসমীয়া বাক্যৰীতিৰ দৰে হোৱাটো আচৰিতভাৱে মন কৰিবলগীয়া বিষয়। পৃথিৱীত এনে কোনো দুটা ভাষাৰ কথা মই ভাবিব নোৱাৰোঁ য'ত এটা দীঘলীয়া বিবৃতি শব্দ অনুসৰি শব্দ অনুবাদ কৰিও জতুৱা ঠাঁচ ৰক্ষা কৰিব পাৰি। একেবাৰে বৈশিষ্ট্যপূৰ্ণ জতুৱা ঠাঁচবোৰো যথাযথভাৱে পুনৰ প্ৰকাশ কৰিব পাৰি। অসমীয়াই কয়—

'মোৰ বোপাই', কিন্তু 'তোৰ বাপেৰ'। কছাৰীয়ে অনুৰূপে কয়– "আংনি আফা", কিন্তু "নৌংনি নাফা"। অসমীয়াই কয় "এডাল লাঠি" কছাৰীয়ে ভাঙনি কৰে "গংছে লাউথি"। অসমীয়াই কয়—"গৈ পেলাই কলে।"; কছাৰীয়ে কয়—"থিংহাইমান।"···—এই উদ্ধৃতিৰ লগতে ডক্টৰ কাকতিয়ে তেওঁৰ গ্ৰন্থত বড়ো আৰু অসমীয়া ভাষাৰ ধ্বনি, ৰূপ আৰু শব্দ সম্ভাৰৰ ক্ষেত্ৰত দাঙি ধৰা সাদৃশ্য, ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়, বিষ্ণু প্ৰসাদ ৰাভা, ৰূপনাথ ব্ৰহ্ম আদিয়ে দেখুৱা তুলনামূলক বিচাৰৰ বিষয়ে পুনৰায় দোহাৰিবৰ আৱশ্যক নাই। বড়ো ভাষা চীন-তিব্বতীয় বা তিব্বত-বৰ্মী হ'লেও ভাৰতীয় পৰিৱেশত বিকশিত ভাষা আৰু আৰ্য-সংস্কৃতৰ লগত পৰস্পৰ প্ৰভাৱান্বিত, তিব্বতীয় লিপিত ব্ৰাহ্মী-মূলজ আৰু দেৱনাগৰী প্ৰভাৱ-যুক্ত আৰু বড়ো সাহিত্য সভাই ১৯৫২ চনত স্থাপিত হ'বৰেপৰা গ্ৰহণ কৰি অহা বড়ো অসমীয়া লিপিও ব্ৰাহ্মীমূলজ দেৱনাগৰী প্ৰভাৱান্বিত। বড়ো ভাষাৰ বিশিষ্ট ধ্বনি প্ৰকাশৰ ক্ষেত্ৰত ৰোমান লিপিতকৈ তথাকথিত অসমীয়া কাইথেলী লিপি কোনোপধ্যে বিজ্ঞান-অসম্মত নহয়।

ভৌগোলিক অৱস্থিতিৰ বিচাৰ

কোনো ভাষাভাষী লোক যি অঞ্চল, প্ৰদেশ বা ৰাজ্যক্ষেত্ৰত বাস কৰে, ওলাই সোমাই যাক ওচৰ-চুবুৰীয়াৰূপে পায় আৰু যি অঞ্চলৰ মাটি-পানী, বায়ু-খাদ্যৰ পৰিৱেশত ডাঙৰ-দীঘল হয়—সেইবোৰৰ লগত খাপ খুৱাই জীৱনৰ সকলো ক্ষেত্ৰতে চলিব লাগে। আজিৰ অসমত বড়োপ্ৰমুখ্যে জনজাতীয় বা থলুৱা লোকে অসমীয়া, বঙলা, হিন্দী, পঞ্জাবী-ভাষী লোকৰ লগত বাটে-ঘাটে, বজাৰে-সমাৰে ওলাই-সোমাই সঘনে মুখামুখি হ'ব লাগে, বিশেষকৈ বড়ো ভাষী লোক অসমীয়া-ভাষী লোকৰ আৰু গাওঁ-ভূইৰ মাজে মাজে সোমাই আছে। ঘৰুৱা আৰু গঞা পৰিৱেশত বড়োসকলে একমাত্ৰ বড়ো ভাষা ক'লেও, বাট-ঘাট গচকিলে, বজাৰ-সমাৰত ওলালে অসমীয়া প্ৰমুখ্যে ভাষা-ভাষীক লগ পায়; সভা-সমিতি, বাতৰি কাকত, ৰেডিঅ'-চিনেমাৰ জৰিয়তে বড়ো, মিচিং, কাৰ্বী, টিওৱা, ৰাভা, দেউৰী-ভাষীসকলেও নানা ক্ষেত্ৰত অসমীয়া, বঙলা, হিন্দী, ইংৰাজী



আদি ভাষাৰ সংস্পৰ্শলৈ আহিয়ে আছে। ভৌগোলিক অৱস্থিতিয়ে আমাৰ থলুৱা লোকবোৰক ভাৰতবৰ্ষ আৰু অসম ৰাজ্যৰ বুকুৰপৰা দাঙি নি, ৰোমান লিপি তথা ইংৰাজী পৰিৱেশত স্থাপন কৰিব নোৱাৰে। আমাৰ জলবায়ু, পানী-ছুনি, খেতিবাতিৰ থলুৱা পৰিৱেশ আৰু পাৰিপাৰ্শ্বিকতাই আমাক ভাৰতীয় জীৱন-ভাষা-সাহিত্য, লিপি আৰু সংস্কৃতিৰ লগত বান্ধি ৰাখিছে। ৰামায়ণ, মহাভাৰত, মহাত্মা গান্ধী, ৰবীন্দ্ৰনাথ ঠাকুৰ, শঙ্কৰদেৱ, চৈতন্যদেৱ, নানক, মহাৰাজ নৰনাৰায়ণ, বৰাহী, ৰজা মহা-মাণিক্য, স্বৰ্গদেও ৰুদ্ৰসিংহ, ছত্ৰপতি শিৱাজী, ৰাণী লক্ষ্মীবাঈ আদিৰ প্ৰাচীন আদৰ্শ আৰু বীৰত্বৰ কাহিনীয়ে জন্মৰপৰা মৰণলৈকে আমাক ভাৰতবাসী তথা অসমবাসীক আৱৰি ৰাখিছে। উনৈশ শতিকাত ব্ৰিটিছ ৰাজত্বত বিদেশী বাণিজ্য শিক্ষা আদি প্ৰতিষ্ঠা হলেও, খ্ৰীষ্টিয়ান মিছনেৰীসকলে ধৰ্ম-প্ৰচাৰ কৰিলেও ভাৰতীয় ভাব-ধাৰণা আমাৰ মাটি আৰু মানুহৰ পৰা একেবাৰে আঁতৰি যোৱা নাই; খ্ৰীষ্টিয়ান মিছনেৰী আৰু বিদেশী বিষয়াসকলেও পোনতে ভাৰতত হিন্দী, হিন্দুস্থানী, বঙলা, অসমীয়া আদি ভাষা শিকি, প্ৰচাৰ কৰি, বিশ্লেষণ কৰি তেওঁলোকৰ ধৰ্ম আৰু স্বাৰ্থ ভাৰতীয় ৰাইজৰ মাজত প্ৰচাৰ কৰিছে। আমি আজিৰ ভাৰতীয়সকলে থলুৱা ভাষা-সাহিত্য শিকি, প্ৰচাৰ, চৰ্চা আৰু বিশ্লেষণ নকৰিলে নহ'ব।

ছপাশাল আৰু যান্ত্ৰিক সুবিধা

বৰ্তমানৰ লেখক, প্ৰকাশক, ছপাশাল, প্ৰচাৰমূলক ব্যৱস্থা, মানৱীয় আৰু যান্ত্ৰিক (টাইপৰাইটাৰ, টেলিপ্ৰিণ্টাৰ) উদ্ভাৱন সুবিধালৈ লক্ষ্য কৰি লিপি নিৰ্দ্ধাৰণৰ তথা পৰিবৰ্তনৰ সিদ্ধান্ত বিচাৰ কৰি চাব লাগিব। যি কোনো ভাষাৰ লিপিকে বৰ্তমান বৈজ্ঞানিক বৰঙণিৰ সদ্ব্যৱহাৰ কৰিব পৰা অনুসাৰে খাপ খুৱাই ল'ব লাগে। সেইফালৰপৰা আজি ৰোমান লিপিয়ে পৃথিৱীৰ বিস্তৃত অঞ্চলত অগ্ৰাধিকাৰ পাইছে; আমি আজি দেৱনাগৰী, বঙলা-অসমীয়া লিপিকো আৱশ্যকীয় সংশোধনেৰে টাইপৰাইটাৰ, টেলিপ্ৰিণ্টাৰ, ছপাশাল, বাতৰিকাকত, জ্ঞান-বিজ্ঞানৰ চৰ্চাৰ কাৰণে প্ৰয়োগ কৰিবলৈ ল'লে, অদূৰ ভৱিষ্যতে আমাৰ মানসিকতা

ৰোমানমুখী নহৈ দেশীয় লিপিমুখী হৈ পৰিব। উদাহৰণ-স্বৰূপে, ইংৰাজী টাইপৰাইটাৰৰ বিয়াল্লিছটা যুগ্ম চাবিৰে চাৰিটা শাৰী আছে। ওপৰৰ শাৰী একৰপৰা শূন্যলৈকে দহটা সংখ্যা, তাৰ লগে লগে তৰা চিন, দ্বিত্ব উৰ্ধ্বকমা, শতকৰা চিন, নিৰিখৰ হিছাপ-চিন পাউণ্ডৰ চিন, পূর্ণ বিৰতি (ডেছ), সংযোগ (আৰু বাচক), একক উৰ্ধ্বকমা আৰু চন্দ্ৰবন্ধনী-যুগল ওপৰত দিয়া হৈছে আৰু ওপৰৰ দহটা চাবিৰে—এই কুৰিটা সংখ্যা আৰু সাংকেতিক চিন প্ৰকাশ কৰা হৈছে। দ্বিতীয় শাৰীত এঘাৰটা চাবিৰে ডাঙৰ আৰু সৰু হাতৰ কিউ, ডবলিউ, ই, আৰ, টি, ৱাই, ইউ, আই, ও, পি দহটা বৰ্ণ আৰু চাৰি ভাগৰ এভাগ বুজোৱা ভগ্নাংশ আৰু বিকল্প চিন (/) দিয়া হৈছে। তৃতীয় শাৰীৰ এঘাৰটা চাবিৰে ডাঙৰ আৰু সৰু হাতৰ এ, এছ, ডি, এফ, জি, এইচ, জে, কে, এল, নটা বৰ্ণ আৰু কলোন, ছেমি-কলোন যতি চিহ্ন, দুই ভাগৰ এভাগ বুজোৱা ভগ্নাংশ আৰু টকাবাচক চিন সংযোগ কৰা হৈছে। একেবাৰে তলৰ শাৰীত জেড, এক্স, চি ভি, বি, এন, এম, ডাঙৰ আৰু সৰু হাতৰ এই সাতটা বৰ্ণ আৰু তাৰ বাহিৰে তিনিটা যুগ্ম চাবিত প্ৰশ্নবোধক চিন আৰু 'কমা' চিহ্ন, দুটা বিন্দু চিহ্ন, চাৰি ভাগৰ তিনিবাচক ভগ্নাংশ আৰু অৰ্ধ বিৰতি (হাইফেন্) দিয়া আছে আৰু এনেকৈ চাৰিকুৰি চাৰিটা ভিন্ ভিন্ বৰ্ণ আৰু চিহ্ন-প্ৰকাশক কিটিপ ৰখা হৈছে।

দেৱনাগৰী আৰু বঙলা-অসমীয়া লিপিৰ সংখ্যা অধিকতৰ বুলি যি সমালোচনা চলি আছে– তাৰ উত্তৰত মূল স্বৰ আৰু ব্যঞ্জন বৰ্ণকেইটা ৰাখি, সংযুক্ত বৰ্ণ বুজাবলৈ মাত্ৰ অৰ্ধ বিৰতি (হাইফেন) চিন ব্যৱহাৰ কৰিব পাৰি। সংস্কৃতৰ পৰা ধাৰ কৰা বা ব্যৱহাৰ হোৱা তৎসম শব্দবোৰৰ কাৰণেহে দেৱনাগৰী লিপিৰ সকলো বৰ্ণৰ আৱশ্যক। বঙলাৰ কথা বাদ দি অসমীয়া আৰু বড়োৰ কাৰণে আৰু অন্যান্য অসমৰ থলুৱা ভাষাৰ কাৰণে চাৰিকুৰি চাৰিটা চিনৰ ভিতৰত টাইপৰাইটাৰৰ বিন্যাস কৰিব পাৰি। উদাহৰণ স্বৰূপে, সংস্কৃতৰপৰা অহা তৎসম, তদ্ভৱ শব্দবোৰৰ লিপ্যন্তৰকৰণৰ সুবিধা ৰাখিও অসমীয়া টাইপৰাইটাৰ— অ, আ, ই, ঈ, উ, ঊ, ঋ, এ, ঐ, ও, ঔ, ক, খ, গ, ঘ, ঙ, চ, ছ, জ, ঝ, ঞ, ট, ঠ, ড, ঢ, ণ, প, ফ, ব, ভ, ম, য, ৰ, ল, ৱ, শ, ষ, স, হ—এই উনচল্লিশটা স্বৰ-ব্যঞ্জন, ১, ২, ৩, ৪, ৫, ৬, ৭, ৮, ৯, ০ এই দহোটা সংখ্যা, া, ি, ী, ু, ূ, ৃ, ে, ৈ, ৗ—এই নটা যুক্ত স্বৰ চিন আৰু অৰ্ধ বিৰতি (হাইফেন) যুক্তধ্বনিবাচক চিন মুঠ দহোটা প্ৰতীক হলে অন্যান্য যতি বুজাবলৈ, ভগ্নাংশ, টকা, তৰা চিন, প্ৰশ্নবোধক বুজাবলৈ একুৰি পাচটা চিন থাকিল আৰু সেই একুৰি পাঁচটা ঠাইত আমি অতি সহজে ( । ,; : ' " " + ( ) ´ ? ! × ०/० ) যতি আৰু সংকেত চিহ্ন পোন্ধৰটা দি অসমিয়া, বড়ো, মিচিং আদি ভাষাৰ বাবে দহোটা দিব পাৰি—তেতিয়া হলে টাইপৰাইটাৰ আৰু সেই অনুপাতে ছপাশাল, পুথি, বাতৰিকাকত টেলিগ্ৰাফ আদিতো ব্যৱহাৰ কৰিব পৰা যায়। আন্তৰিক ইচ্ছা, উদাৰতা আৰু এৰা-ধৰা ভাব থাকিলে, মানুহে ভাষা অৰু লিপিৰ প্ৰশ্ন বৈজ্ঞানিক যন্ত্ৰ অনুকূলে সমাধান কৰিব পাৰে। ৰোমান লিপিৰ বহুল প্ৰসাৰ আৰু দেৱনাগৰী লিপিৰ বহু-সংখ্যকতা আদিলৈ বিভীষিকাৰ সৃষ্টি অবান্তৰ; ওপৰে ওপৰে কৰা মন্তব্যৰ পটভূমি ভাবি -চিন্তি চালেহে, আমাৰ প্ৰকৃত তথ্য ওলাব ভাষা অনুসৰি দেশীয়, আঞ্চলিক লিপিক যান্ত্ৰিক আৰু মানৱীয় ব্যৱহাৰত খাপ খুৱাব পাৰি।



বহুজনৰ হিত-চিন্তা সংহতি-ৰক্ষা

বহু-জন-হিতায় আৰু বহু-জন-সুখায় বুলি বুদ্ধৰ বাণী আওৰাই, পঞ্চশীল, সহ-অৱস্থান আৰু ৰাষ্ট্ৰীয়, আঞ্চলিক সংহতি ৰক্ষাৰ দোহাই দি আমি স্বৰাজোত্তৰ কালৰ যোৱা সাতাইশ বছৰত কথা আৰু কামৰ সঙ্গতি ৰক্ষা কৰিব পৰা নাই। আমি ৰাজনৈতিক দৃষ্টিৰে ভাৰতবৰ্ষক ভাৰত-পাকিস্থান বিভাজন কৰিয়ে সন্তুষ্ট নেথাকিলোঁ; ভাৰতীয় গণৰাজ্যৰ ভাষাৰ ভেটিত ৰাজ্য পুনৰ্গঠনৰ সূত্ৰ উলিয়াই, ভাৰতৰ ৰাষ্ট্ৰীয় ভাষা হিন্দী আৰু বিকল্প ইংৰাজী ৰক্ষাৰ সূত্ৰ উলিয়াই, ত্ৰিগুণা সেনৰ ত্ৰিভাষা সূত্ৰ ব্যাখ্যা কৰি, ৰাজ্যিক ভাষা, শিক্ষাৰ মাধ্যম, আঞ্চলিক পৰিষদ আদি উলিয়াই আমি ভাৰতবাসী তথা শাসনাধিষ্ঠিত দলীয় চৰকাৰে হৈ-চৈ, খেলিমেলি আৰু অশান্তি-আলোড়ন-আন্দোলনৰ সুৰুঙা উলিয়াই দিছোঁ। প্ৰখ্যাত কবি-ৰাজনৈতিক দেৱকান্ত বৰুৱাৰ ভাষাৰে—"মন্ত্ৰিত্ব যাৰ শেষ

কল্পনা, এছেন্বলি যাৰ আশা”—এই দৃষ্টিৰে জন-গণৰ গণতান্ত্রিক সমাজবাদ যদি চলি থাকে— তেনেহ’লে কি আছিলোঁ, কি হ’লোঁ আৰু কি হ’ম— এই বিষয়ে ভাৰতৰ ইতিহাসেই সাক্ষ্য হৈ ৰব। আমি এনে পটভূমিত ৰাজনৈতিক ভাৱাৱেগ যথাসম্ভৱ আঁতৰত ৰাখি, ভাষা-সাহিত্য-লিপি-সংস্কৃতিৰ ক্ষেত্রত বহুজনৰ হিত-চিন্তা আৰু জাতীয়, আঞ্চলিক, ৰাজ্যিক সংহতি ৰক্ষাৰ আদর্শ প্রয়োগ কৰি, বহল মনোভাৱেৰে ভাষা-চৰ্চাৰ দিগন্ত প্রসাৰ কৰি লিপিৰ সিদ্ধান্ত লোৱা উচিত ঃ

(১) স্থানীয় পৰিৱেশ আৰু পৰিসৰত মাতৃভাষা অনুসৰি চৰ্চা আৰু প্রাথমিক বিদ্যালয়ৰ পৰ্য্যায়ত শিক্ষা দান মাতৃ ভাষাৰ জৰিয়তে থলুৱা আৰু চুবুৰীয়া লোকৰ উমৈহতীয়া লিপি অসম ৰাজ্যক্ষেত্রত কাইথেলী ৰূপে জনাজাত বঙলী-অসমীয়া লিপিৰে প্রয়োগ কৰিব পাৰি ; তেতিয়া সেই অঞ্চলৰ থলুৱা ভাষীৰ বাহিৰে আন ভাষা-ভাষী থাকিলেও লিপিৰ উমৈহতীয়া ৰূপে আৰু সচৰাচৰ সামাজিক সংস্পৰ্শই সংহতি ৰক্ষা কৰিব আৰু প্রাথমিক শিক্ষা-বৰ্ষ চাৰিটাত থলুৱা-ৰাজ্যিক ভাষা চলিব।

(২) মাধ্যমিক বিদ্যালয়ত যিহেতুকে ৰাজ্য ভাষা অসমীয়া ইংৰাজী আৰু হিন্দী ভাষাৰ পঠন-পাঠনৰ আৱশ্যক হ’ব—তেনেস্থলত লিপিৰ প্রশ্নটো যাতে উঠি অহা ছাত্র-ছাত্রীৰ মানসিকতাত আঘাত নিদিয়াকৈ অসমীয়া, ৰোমান, দেৱনাগৰী স্তৰে স্তৰে শিকাব পাৰি আৰু আৱশ্যক হলে দেৱ-নাগৰী হৰফত হিন্দী শিক্ষা উচ্চ শ্রেণীলৈ (অষ্টম—দশম) ৰাখি অসমীয়া আৰু ৰোমান লিপিৰে পঞ্চমৰ পৰা সপ্তম মানলৈ ব্যৱস্থা কৰিব। অসমৰ মাধ্যমিক শিক্ষা বোৰ্ডে মনস্তত্ত্ব আৰু বিজ্ঞানৰ ভিত্তিত অসম সাহিত্য সভা, বড়ো সাহিত্য সভা, কাৰ্ব্বী দৰবাৰ, মিচিং কৌবাং, লালুং (টিওৱা) দৰবাৰ, ৰাভা পৰিষদ, ডিমাছা পৰিষদ আদিৰ লগত আৰু শিক্ষাবিদৰ সহযোগত এনা ভাষা তথা লিপি নিৰূপণ কৰিব পাৰে।

(৩) বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যমৰ বেলিকা নিশ্চয়কৈ বিশ্ববিদ্যা-লয় মঞ্জুৰী আয়োগ, ভাৰত চৰকাৰ আৰু আন্তৰাষ্ট্রীয় সংযোগলৈ লক্ষ্য ৰাখি ৰাজ্যিক, ৰাষ্ট্রীয় আৰু আন্তঃৰাষ্ট্রীয় ভাষা লিপি লব লাগিব। তদুপৰি সৰ্বভাৰতীয় আই-এ-এছ, আই-পি-এছ আদি পৰীক্ষাৰ নীতিৰ লগত সম্বন্ধ ৰাখি আলোচনাৰে নিৰূপণ কৰিব লাগিব।



(৪) আমাৰ অসমৰ জনজাতীয় ভাষাবোৰৰ প্রত্যেকৰ ক্ষেত্রত কিমান ভাষা-ভাষী আছে, কিমান-সংখ্যকে সেই ভাষা কয়, কিমানে অসমীয়া লিপি ব্যৱহাৰ কৰে, কিমানে অসমীয়া মাত-কথা কয় আৰু কিমান অসমীয়া ভাষা বা মাতকথা বুজি পায়,— এনেবোৰ সঠিক তথ্য-পাতি আহৰণ নকৰাকৈ বর্তমানৰ স্থিতাবস্থা পৰিৱৰ্তন কৰিবলৈ যোৱাটো বিদ্যাভিত্তিক বিবেচনা হব নোৱাৰে। বহুজনৰ সুবিধাৰ অৰ্থে, প্রশাসন, শিক্ষা, নিয়োগ আৰু ভৱিষ্যৎ নাগৰিকসকলৰ মঙ্গল আদি বিষয়ৰ তন্ন তন্নকৈ পৰীক্ষা কৰিহে আমি থলুৱা তথা জনজাতীয় ভাষাৰ লিপি গ্রহণ পৰিৱৰ্তনত আগবঢ়া উচিত। জনজাতীয় ভাষাৰ পুথিপত্রবোৰ যাতে অসমীয়া-ভাষী পাঠক-সমাজৰ পাঠ্য আৰু উপভোগ্য হব পাৰে—তালৈও চকু ৰাখিব লাগে।

(৫) ব্রিটিছ ৰাজত্বৰ ছকুৰি-বছৰীয়া কাল ছোৱাত মিছনেৰীসকলে অসমীয়া ভাষা-সাহিত্য ৰক্ষাৰ কাৰণে ‘অৰুণোদই’ কাকতৰ জৰিয়তে আৰু বিভিন্ন পুথি-ব্যাকৰণ-অভিধানৰ জৰিয়তে কৰা প্রচেষ্টাৰ বাবে আমি ঋণী। বঙলা ভাষাৰ আধিপত্য-বিস্তাৰত অসমীয়া ভাষাৰ যি দুৰ্গতি হৈছিল—সেই কথা অসমৰ বড়ো, কাৰ্ব্বী, মিছিং, ডিমাছা, ৰাভা, লালুং (টিওৱা) ৰাইজে পাহৰা উচিত নহয়। পৰাধীন ভাৰতত আৰু বিশ্ববিদ্যালয় পৰ্যায়ত গাৰো, খাছি আৰু মণিপুৰী আদি ভাষাৰ উন্নয়ন যিদৰে হৈছে, বাকীবোৰ ভাষাৰ তেনেদৰে পঠন-পাঠন, উন্নয়ন, স্বীকৃতি নোহোৱাটো দুখৰ কথা। স্বাধীন ভাৰতত তথা অসমত জনজাতীয় ভাষাৰ পঠন-পাঠনৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়, অসম চৰকাৰে কিছু চেষ্টা চলাইছে। অসম প্রকাশন পৰিষদ, অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন সংস্কৃতি বিভাগ, নৃতত্ত্ববিভাগ আদিৰ জৰিয়তে পুথি-পত্রপ্রকাশ গৱেষণা কিছু পৰিমাণে হৈছে। অসম মাধ্যমিক শিক্ষা পৰিষদেও বড়ো ভাষাৰ মাধ্যম হিছাপে শতাধিক পুথি-পত্র পাঠ্যৰূপে মনোনীত কৰিছে।

### বর্তমান অৱস্থা আৰু কর্তব্য

বড়ো ভাষাৰ লগত অসমীয়া ভাষাৰ গাঁথনি সম্পৰ্কে থকা সদৃশতা অধিক পৰিমাণে আৰু বিস্তৃত পৰ্যায়তে (ধ্বনি, ৰূপ, বাক্য, শব্দ সম্ভাৰত)

দেখুৱাব পাৰি। মিছিং ভাষাৰ ক্ষেত্ৰতো অসমীয়া লিপিৰে মিছিং পাঠ, দেউৰী ভাষাৰ বাবে দেউৰী পাঠ, নামনি অসমৰ মিকিৰ ভাষাৰ অসমীয়া লিপিৰ পুথি, ৰাভা ভাষাৰ পুথি, ডিমাছা ভাষাৰ পুথি ওলাইছে।

বৰ্ত্তমান স্বকীয়া ৰাজ্য মণিপুৰৰ

মণিপুৰী বা মেইতেই (মেইথে) ভাষাৰ নিজস্ব লিপি আছিল যদিও অসমীয়া বঙলা লিপি গ্ৰহণ কৰিছে: ইতিমধ্যে মণিপুৰী ভাষাই কলিকতা, গুৱাহাটী বিশ্ববিদ্যালয় আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপৰিও সাহিত্য অকাপদমীৰ স্বীকৃতি পাইছে। গাৰো আৰু খাছি ভাষায়ো ৰোমান লিপিৰ জৰিয়তে কলিকতা, গুৱাহাটী বিশ্ববিদ্যালয় আৰু চৰকাৰী স্বীকৃতি-পৃষ্ঠপোষকতা পাইছে: স্বকীয়া মেঘালয় ৰাজ্যৰ প্ৰতিষ্ঠাই এই দুই ভাষাৰ উন্নয়নত সহায় কৰিছে। মিজোৰামত লুছেই ভাষাৰ ৰোমান লিপিৰে বিকাশ হৈছে। এনেবোৰ কাৰণত অসমৰ থলুৱা ভাষাবোৰ ৰোমান লিপি হব খুজিছে যদিও সেয়া বৈজ্ঞানিক যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত নহয়। বৰ্তমান অসম চৰকাৰ, অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয়ে অসম প্ৰকাশন পৰিষদ, অসম মাধ্যমিক শিক্ষা বোৰ্ড আৰু বড়ো সাহিত্য সভা, মিচিং কৌবাং, লালুং (টিওৱা) দৰবাৰ, কাৰ্বী দৰবাৰ, ৰাভা পৰিষদ আৰু ডিমাছা পৰিষদ তথা সংশ্লিষ্ট লেখক-জনসাধাৰণৰ উমৈহতীয়া সহায়-সহযোগ হলে থলুৱা অসমীয়া লিপিৰে আৱশ্যকীয় পুথি-পত্ৰ, আলোচনী, অভিধান, পাঠ্যপুথি ৰচনা প্ৰকাশ কৰি— এই থলুৱা ভাষা-সাহিত্যক উদাৰভাৱে অসম ৰাজ্যক্ষেত্ৰৰ স্বীকৃত ভাষা-সাহিত্যৰূপে মান্যতা দিলে, ৰাজ্যিক পৰ্যায়ত অসমীয়া লিপিৰে, ভাৰতীয় বৃহত্তৰ পৰিসৰত আৱশ্যকমতে দেৱনাগৰী হিন্দী লিপ্যন্তৰ আৰু বিশ্ববিদ্যালয়, গৱেষণা আৰু আন্তঃ ৰাষ্ট্ৰীয় প্ৰকাশৰ বাবে ৰোমান লিপি তথা আন্তঃৰাষ্ট্ৰীয় ধ্বনিতাত্ত্বিক সন্থাৰ বৰ্ণমালা (I.P.A.) ব্যৱহাৰ কৰি উন্নয়ন সাধিব পাৰি।

গোলোকচন্দ্ৰ গোস্বামী

## বড়ো ভাষা আৰু অসমীয়া লিপি

লিখিত সাহিত্যহীন ভাষাত পোন প্ৰথম লিপি নিৰ্ণয় কৰিবলৈ হ'লে ভাষাটোৰ বৰ্ণতাত্ত্বিক বিতং বিশ্লেষণৰ নিতান্ত প্ৰয়োজন হয়। ধ্বনিগত বৈশিষ্ট্যৰ ভিত্তিত ভাষাৰ বিশিষ্ট ধ্বনিগোট বা বৰ্ণবোৰ (যাক ভাষাবিজ্ঞানত phoneme কোৱা হয়।) নিৰ্ণীত হোৱাৰ পিছত সেই বৰ্ণৰ ধ্বনিগুণ আৰু বৰ্ণগত গাঁথনিক সঙ্গতি ( structural symmetry ) ৰক্ষা কৰি আখৰ নিৰ্ধাৰণ কৰা হয়। এনে আখৰৰ সমষ্টিয়েই ভাষাবিশেষৰ বৰ্ণমালা। ভাষাবৈজ্ঞানিক বিশ্লেষণৰ স্পষ্ট ধাৰণা নোহোৱাকৈ লিপি নিৰ্ধাৰণ কৰা, আৰু অন্ধই হস্তীদৰ্শন কৰা দুয়োটা একে কথা।

সৌভাগ্যবশতঃ গুৱাহাটীৰ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই অসমৰ বড়ো ভাষাটোৰ এটা প্ৰধান উপভাষাৰ বিতং বিশ্লেষণ গৱেষণা কৰি উলিয়াইছে। তেখেতৰ পিছত পুনাৰ ডেক্কান কলেজৰ ভাষা বিজ্ঞান বিভাগৰ ভোট-বৰ্ম্মী শাখাৰ মুৰব্বী ৰীডাৰ ড° ডি. এন. শঙ্কৰ ভাটে অসমৰে অন্য এটা উপভাষাৰ গৱেষণা কৰি Bodo Vocabulary নামে এখন পুথি উলিয়াইছে ( ছপাইছে পুনাৰ ডেক্কান কলেজেই)। ড° ভট্টাচাৰ্য্যৰ গৱেষণাৰ লগে লগে কাম কৰি লণ্ডন বিশ্ববিদ্যালয়ৰ School of Oriental and African studies-অৰ অধ্যাপক John Burton Page চাহাবেও Indian Linguistics, Chatterji Jubilee Volume ( Vol. 16; 1955 )-অত An Analysis of the syllable in Bodo নামেৰে এটা প্ৰবন্ধ প্ৰকাশ কৰিছে।

এই তিনিগৰাকী ভাষাবিজ্ঞানবিদৰ গৱেষণাৰ পৰা বড়ো ভাষাৰ ধ্বনিতাত্ত্বিক তথা বৰ্ণাতাত্ত্বিক গঠনৰ স্পষ্ট ৰূপ এটা আমি দেখা পাইছোঁ। বড়ো ভাষাৰ বিভিন্ন উপভাষাবোৰৰ এতিয়াও পূৰ্ণাঙ্গ আৰু বিশদ আলোচনা হোৱা নাই আৰু হ'বলৈকো বহুযুগ লাগিব নিশ্চয়। ড° বাণীকান্ত কাকতিয়ে ১৯৩৫ চনতে গৱেষণা শেষ কৰাৰপৰা আজি এই দুকুৰি বছৰেও

অসমীয়া ভাষাৰ পূৰ্ণাঙ্গ নালাগে আংশিকভাৱেও বিতং বিশ্লেষণ হৈ উঠা নাই। আমাৰ ভাৰতীয় ভাষাবোৰৰ দূৰৰ কথা, ইউৰোপ আৰু আমেৰিকাৰ উন্নত ভাষাবোৰবো বিশদ আৰু পূৰ্ণাঙ্গ বিশ্লেষণ হ'বলৈ এতিয়াও বাকী। গতিকে বড়ো ভাষাৰ ক্ষেত্ৰতো আমি বৰ্ত্তমান যি বিশ্লেষণ পাইছোঁ তাৰ ভিত্তিতে নিশ্চয় লিপি নিৰ্ধাৰণ কৰিব লাগিব। ভৱিষ্যতলৈ বিতং বিশ্লেষণৰ ( linguistic survey of the Bodo language ) ফল স্বৰূপে কিবা নতুন তথ্য ওলালে ( ওলোৱাটো একো অসম্ভৱ কথা নহয় ) সেইবোৰ পিছে-পৰেও অন্তৰ্ভুক্ত কৰিব পৰা হ'ব ; প্ৰয়োজনমতে সাল-সলনি কৰিবলৈকো থল থাকিব।

বড়ো ভাষাৰ বিশ্লেষণত এটা সুখৰ কথা হ'ল—ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ড° ডি. এন. শঙ্কৰ ভাট আৰু অধ্যাপক জন বাৰ্টন-পেজ এই তিনি গৰাকী পণ্ডিতে ভাষাটোৰ ব্যঞ্জন আৰু স্বৰবৰ্ণৰ ক্ষেত্ৰত একে সিদ্ধান্ততে উপনীত হৈছে। সুৰ (tone) বড়ো ভাষাৰ এটা প্ৰধান বৈশিষ্ট্য ঃ এই সুৰৰ ক্ষেত্ৰত অৱশ্যে তেখেত সকলৰ সিদ্ধান্ত একে নহয়।

তলত এই পণ্ডিত তিনিগৰাকীৰ আলোচনাৰ ভিত্তিত অসমীয়া লিপিৰপৰা আখৰ গোটাই বড়ো ভাষাটোৰ স্বৰ আৰু ব্যঞ্জন বৰ্ণমালা এখন তৈয়াৰ কৰা হৈছে।

স্বৰবৰ্ণ

মুখ্যৰূপ ঃ অ, আ, আ', ঈ, উ, আৰু এ।
গৌণৰূপ ঃ শূন্য, —া, —ৗ, —ী, —ু আৰু ে—।

বড়ো ভাষাৰ আ' স্বৰটো বৈশিষ্ট্যপূৰ্ণ ; এই স্বৰ ভাৰতীয় আৰ্য্য বা দ্ৰাবিড়ীয় কোনো ভাষাত পোৱা নাযায়। স্বৰবোৰ মুখ্যতঃ হ্ৰস্ব ; শ্বাসাঘাত আৰু সুৰ-ভেদে কেতিয়াবা হ্ৰস্ব আৰু কেতিয়াবা দীৰ্ঘ-ৰূপে উচ্চাৰিত হয় ; অৰ্থাৎ স্বৰৰ দৈৰ্ঘ্য অসমীয়াৰ দৰেই বিশিষ্ট বা phonemic নহয়।

উল্লিখিত স্বৰকেইটাৰ বাহিৰেও কেইবাটাও দ্বিস্বৰ আছে ; সেইবোৰ অসমীয়াত লিখাৰ দৰেই লিখিব পাৰি, কোনো সমস্যা নাই।



ব্যঞ্জন বৰ্ণ

কোমল তালুত উচ্চাৰিত ঃ খ গ ঙ ;
দন্তমূলত উচ্চাৰিত ঃ থ দ ন ;
ওঁঠত উচ্চাৰিত ঃ ফ ব ম ;
দন্তমূলত উচ্চাৰিত ঃ স জ ৰ ল ;
কণ্ঠত উচ্চাৰিত ঃ হ ;
অন্তঃস্থ ঃ য় ৱ।

ব্যঞ্জনবৰ্ণবোৰৰ নানান উপধ্বনিগত (allophonic) বৈশিষ্ট্য দেখা যায়। মহাপ্ৰাণ খ থ ফ বৰ্ণ স্থানভেদে অল্পপ্ৰাণ ৰূপেও উচ্চাৰিত হয় ; ফ বৰ্ণ কেতিয়াবা উষ্ম ধ্বনিতো পৰিণত হয়। সঘোষ গ, দ, ব বৰ্ণও পৰিৱেশ-ভেদে অঘোষ অল্পপ্ৰাণ ৰূপ লোৱা দেখা যায়।

স ( ইংৰাজী sin শব্দৰ s-অৰ দৰে ) আৰু জ ( ইংৰাজী zoo শব্দৰ z-অৰ দৰে ) বৰ্ণৰ উপধ্বনিগত ক্ষেত্ৰৰ পৰিসৰ কিছু বহল ঃ ইহঁত প্ৰধানতঃ উষ্ম (fricative) যদিও পৰিৱেশ-ভেদে স্পৃষ্ট (affricate)-ৰূপে উচ্চাৰিত হয় ; উচ্চাৰণ-স্থানৰো কিছু তাৰতম্য ঘটে।

এতিয়া ওপৰৰ বৰ্ণমালাৰপৰা স্পষ্টকৈ দেখা গ'ল যে উপধ্বনিগত পাৰ্থক্য থাকিলেও ( পৃথিৱীৰ সকলো ভাষাতে থাকে )। বৰ্ণৰ স্তৰত বড়ো ভাষাৰ প্ৰত্যেকটো ব্যঞ্জন অসমীয়া ব্যঞ্জনৰ সমতুল্য। ভৱিষ্যতলৈ বড়ো ভাষাৰ বিতং বিশ্লেষণ হ'লে যদি কেতিয়াবা ক, ঘ, ত, ধ আৰু প, ভ বৰ্ণৰূপে স্বীকাৰ কৰিবলগা হয় তেনেহ'লেও অসমীয়া লিপিৰপৰা এইবোৰ গ্ৰহণ কৰিবৰ থল আছে।

অক্ষৰ-বিভাজন

বড়ো ভাষাৰ ( আৰু অন্যান্য প্ৰায় সকলোবোৰ জনজাতীয় ভাষাৰে ) অক্ষৰ-বিভাজন এটা বিশেষভাৱে লক্ষ্য কৰিবলগীয়া বিষয়। বড়ো ভাষাত সংযুক্ত ব্যঞ্জনেৰে অক্ষৰ আৰম্ভ হ'ব পাৰে ; অৰ্থাৎ প্ৰাক্ষৰ (onset)

ৰূপে সংযুক্ত ব্যঞ্জন পোৱা যায়। কিন্তু কোনো অক্ষৰ সংযুক্ত ব্যঞ্জনেৰে শেষ হ'ব নোৱাৰে, অৰ্থাৎ সংযুক্ত ব্যঞ্জনৰ অক্ষৰান্ত (coda) পোৱা নাযায়।

(ক) অক্ষৰান্ত ৰূপে তলৰ এঘাৰটা ব্যঞ্জন মাথোন পোৱা গৈছে ঃ

ব, দ, গ, ম, ন, ঙ, জ, ৰ, ল, য়, ৰ।

(খ) প্ৰাক্ষৰ ঃ একাক্ষৰী আৰু দ্ব্যক্ষৰী শব্দৰ প্ৰথম বা দ্বিতীয় অক্ষৰত তলত দিয়াৰ দৰে একাকী ব্যঞ্জনৰ প্ৰাক্ষৰ ওলাইছে ঃ

ফ, থ, খ, ব, দ, গ, ম, ন, স, জ, ৰ, ল, হ।

(গ) একাক্ষৰী শব্দত পোৱা সংযুক্ত প্ৰাক্ষৰ ঃ

(১) ফ্ৰ, থ্ৰ, খ্ৰ, ব্ৰ, দ্ৰ, গ্ৰ, স্ৰ, জ্ৰ ;

(২) স্ল, জ্‌ল।

(ঘ) দ্ব্যক্ষৰী শব্দৰ দ্বিতীয় অক্ষৰত পোৱা প্ৰাক্ষৰ ঃ

(১) ফ্ৰ, থ্ৰ, খ্ৰ, ব্ৰ, দ্ৰ, গ্ৰ, স্ৰ, জ্ৰ, হ্ৰ ;

(২) ফ্ল, থ্‌ল, খ্‌ল, ব্ল, দ্‌ল, গ্ল, স্ল, জ্‌ল, হ্ল ;

(৩) ফ্‌ন, খ্‌ন, ব্‌ন, দ্‌ন, গ্ন ; আৰু

(৪) থ্‌ম, গ্ম, স্ম।

সংযুক্ত ব্যঞ্জন

এইবোৰ তালিকাৰপৰা স্পষ্টকৈ দেখা গৈছে যে বড়ো ভাষাত দুটাতকৈ অধিক ব্যঞ্জন সংযুক্ত নহয়। একাধিক অক্ষৰৰ শব্দত যদি তিনিটা ব্যঞ্জনৰ সংযুক্ত ৰূপ উচ্চাৰিত হোৱা যেন লাগে তেন্তে তাৰ প্ৰথম ব্যঞ্জনটো পূৰ্ববৰ্ত্তী অক্ষৰৰ অক্ষৰান্ত ; বাকী দুটাহে প্ৰকৃত সংযুক্ত ব্যঞ্জন। এনে ক্ষেত্ৰত প্ৰথম ব্যঞ্জনটো হলন্ত চিন দি লিখি বাকী দুটা সংযুক্ত কৰি লিখিব লাগিব। যেনে ধৰক, গঙ্‌গ্না, (গগনা) ; এই শব্দত গঙ্‌ এটা অক্ষৰ ; ঙ্‌ ইয়াৰ অক্ষৰান্ত ; গ্ন দ্বিতীয় অক্ষৰৰ প্ৰাক্ষৰ। আমি এই শব্দটো গঙ্‌গ্‌-না (হাইফেনেৰে অক্ষৰ-বিভাজন দেখুওৱা হৈছে।) ৰূপে উচ্চাৰণ কৰিব নোৱাৰোঁ, কোনোবাই কৰিলেও ভুল হ'ব ; অৰ্থাৎ গ্ন-হে সংযুক্ত ব্যঞ্জন, ঙ্‌-টো কাৰো লগত সংযুক্ত নহয়। সেই দৰেই,



সঙ্‌খ্ৰী (লোণ) শব্দটো উচ্চাৰণ সঙ্‌খ্ৰী হে, সঙ্‌খ্‌-ৰী নহয় (বড়ো ভাষাত হলন্ত ঙ্‌-ৰ প্ৰয়োগ বৰ বেছিকৈ পোৱা যায় ; গতিকে ইয়াৰ ঠাইত অনুস্বাৰ (ং) প্ৰয়োগ কৰিলেও বেয়া নহয় ; তেতিয়া ঙ আৰু ং-ৰ প্ৰয়োগ প্ৰায় অসমীয়াৰ দৰেই হ'ব)।

একাক্ষৰী শব্দৰ প্ৰাক্ষৰ ৰূপে পোৱা ্ৰ-কাৰ যুক্ত আৰু ল-যুক্ত ব্যঞ্জন কেইটা প্ৰকৃতপক্ষেই সংযুক্ত ব্যঞ্জন ; ইহঁতক সদায় সংযুক্ত কৰি লিখিব লাগিব।

শব্দৰ মাজত পোৱা ফ্ৰ, থ্ৰ, খ্ৰ, স্ৰ, হ্ৰ, ফ্ল, থ্‌ল, খ্‌ল, স্ল, হ্ল ; ফ্‌ন, খ্‌ন, আৰু থ্‌ম, স্ম সদায় সংযুক্ত ব্যঞ্জন ; ইহঁতৰ মাজত কেতিয়াও অক্ষৰ বিভাজন হ'ব নোৱাৰে। উদাহৰণ স্বৰূপে ধৰক,

দাফ্‌না, (জন্তুৰ পীৰা), হাখ্‌মা (গোপন ভূমি), জাস্মায় (ভালদৰে খোৱা) আৰু থুথ্ৰী (ঠোঁট) শব্দৰ অক্ষৰ-বিভাজন যথাক্ৰমে দা-ফ্‌না, হা-খ্‌মা, জা-স্মায় আৰু থু-থ্ৰী ; এইবোৰক দাফ্‌-না, হাখ্‌-মা, জাস্‌-মায় আৰু থুথ্‌-ৰীবুলি উচ্চাৰণ কৰিলে ভুল হ'ব।

সেই কাৰণে এই চৈধ্যটা সংযুক্ত ব্যঞ্জন সদায় সংযুক্ত কৰিয়েই লিখিব লাগে (ওপৰত পাই অহা অক্ষৰান্তৰ তালিকাখনৰপৰা বুজা যায় যে খ, থ, ফ, স, আৰু হ এই পাঁচোটা ব্যঞ্জন অক্ষৰান্ত হ'ব নোৱাৰে ; অৰ্থাৎ হলন্ত চিন দি লিখিলেও খাচ বড়ো-ভাষীয়ে এইকেইটা ব্যঞ্জন সদায় পৰৱৰ্ত্তী ব্যঞ্জনৰ লগত সংযুক্ত কৰিয়েই উচ্চাৰণ কৰিব ; উচ্চাৰণৰ ভুল বা অৰ্থৰ খেলিমেলি কেতিয়াও হ'ব নোৱাৰে। তাৰ কাৰণ, বড়ো ভাষাত এই চৈধ্যটা সংযুক্ত ব্যঞ্জনৰ, হলন্ত চিন দি লিখা ব্যঞ্জন-সংযুতিৰ লগত কেতিয়াও বিৰোধ নঘটে। গতিকে ইহঁতকো হলন্ত চিনেৰে ভাঙি-য়েই লিখিব পাৰি)। বাকী এঘাৰটা সংযুক্তিও প্ৰাক্ষৰ হ'লে সদায় সংযুক্ত ব্যঞ্জন কৰিয়েই লিখিব লাগিব। যেনে, গদ্‌না (ডিঙি) সদায় গ-দ্‌না, কেতিয়াও গদ্‌-না নহয়।

কেতিয়াবা ব্‌ন বা গ্ন আদি কেতবোৰ সংযুতিৰ মাজত কোনো স্বৰ সোমাই বিকল্পে অক্ষৰ বিভাগ কৰিব পাৰে। যেনে, বিব্‌নাঙ (খুনশালী ছোৱালী) শব্দ বি-ব্‌নাঙ বা বিবৌনাঙ ; বিগ্মা (গৰাকী)

শব্দ বি-গ্মা বা বিগ্মা । এনে ক্ষেত্ৰত সাধু বা standard বুলি গৃহীত ৰূপটোৰ উচ্চাৰণ অনুসৰি (সংযুক্ত হ'লে সংযুক্ত কৰি, নহ'লে বেলেগাই) লিখিব লাগে ।

ওপৰত আলোচনা কৰাবোৰৰ বাহিৰে শব্দৰ মাজত যদি কিবা অন্য ব্যঞ্জনৰ সংযুতি উচ্চাৰিত হোৱা যেন লাগে তেনেহ'লে সদায় সেই ব্যঞ্জন দুটাৰ মাজতে অক্ষৰ-বিভাজন হয় বুলি ধৰিব লাগে ; তেতিয়া সিহঁতক সংযুক্ত কৰি নিলিখি আগৰ ব্যঞ্জনত হলন্ত চিন দি লিখিব লাগে । যেনে, গুস্‌-থী (ওঠ), হাজ্‌-থাই (যত্ন কৰ্‌), ইত্যাদি ।

এতিয়া দেখা গ'ল, বড়ো ভাষাত অসমীয়া ভাষাৰ ডেৰশৰো অধিক সংযুক্ত ব্যঞ্জনৰ ভিতৰত মাত্ৰ ব্ৰ, দ্ৰ, গ্ৰ, স্ৰ, জ্ৰ, হ্ৰ, (ৱ্ল), গ্ল, হ্ল, গ্ন, গ্ম আৰু স্ম—এই বাৰটা সংযুক্ত ব্যঞ্জনহে প্ৰয়োজন ।

আনহাতে, অসমীয়াত কেতিয়াও নোপোৱা ফ্ৰ, থ্ৰ, খ্ৰ, ফ্ল, থ্‌ল, খ্‌ল, স্ল, জ্‌ল, ফ্‌ন, খ্‌ন, ব্‌ন, দ্ন আৰু খ্‌ম—এই তেৰটা সংযুক্ত ব্যঞ্জনৰ প্ৰয়োজন হয় । গতিকে অসমীয়া বৰ্ণমালাত অসংখ্য সংযুক্ত ব্যঞ্জন থকাৰ কাৰণে বড়ো ভাষাই সেই সকলোবোৰ যে গ্ৰহণ কৰিবই লাগিব তাৰ কোনো অৰ্থ নাই । সংযুক্তই হওক বা অসংযুক্ত একাকীয়েই হওক, বড়ো ভাষাৰ কাৰণে প্ৰয়োজনৰ অতিৰিক্ত কোনো বৰ্ণকে গ্ৰহণ কৰাৰ প্ৰশ্ন নুঠে ।

### সংযুক্ত আখৰৰ প্ৰয়োজনীয়তা

বড়ো ভাষাৰ অক্ষৰৰ আলোচনাই সংযুক্ত বৰ্ণৰ প্ৰয়োজনীয়তা স্পষ্টকৈ দেখুৱাই দিয়ে । বৰ্ণ সংযুক্ত কৰি লিখি আৰু বৰ্ণত হলন্ত চিন দি বড়ো শব্দৰ দ্ব্যৰ্থকতা বা অৰ্থৰ অনিশ্চয়তা যেনেদৰে গুচাব পাৰি, ৰোমান লিপিত তেনেদৰে গুচাব নোৱাৰি (অৱশ্যে সুৰৰ সঙ্কেত দিয়া থাকিলে উচ্চাৰণৰ বা অৰ্থৰ অস্পষ্টতা বহু পৰিমাণে দূৰ হ'ব ।) । উদাহৰণ স্বৰূপে, বড়ো সাহিত্য সভাৰ সভাপতিয়ে (মোৰ 'দৈনিক অসম'ৰ ২৯ অক্টোবৰৰ চিঠিৰ উত্তৰত মোক প্ৰশ্ন কৰি লিখা) সোধা শব্দটোকে লৈছোঁ । তেখেতে ৰোমান লিপিৰে শব্দটো gabru লিখিছে । এই শব্দটোৰ



অক্ষৰ-বিভাজন অনুসৰি দুটা অৰ্থ হ'ব পাৰে : ga-bru (কান্দুৰা) আৰু gab-ru (ৰং সিজোৱা) । ৰোমান লিপিত gabru বুলি লিখিলে অক্ষৰ বিভাজন ক'ত হৈছে জানিবৰ কোনো উপায় নাই । কিন্তু অসমীয়া লিপিত তলত দিয়াৰ দৰে লিখিলে অৰ্থৰ অস্পষ্টতা সমূলি দূৰ হয় । যেনে, গাব্ৰু (অক্ষৰ-বিভাজন ওপৰত কোৱা মতে গা-ব্ৰু) অৰ্থ কান্দুৰা ; আকৌ, গাব্‌ৰু (অক্ষৰ বিভাজন গাব্‌-ৰু) অৰ্থ ৰং সিজোৱা ।

অসমীয়া লিপিত ব্ৰ-টোক সংযুক্ত কৰি লিখাত অৰ্থ সুনিশ্চিত হৈছে । ওপৰৰ আলোচনাত ইতিমধ্যে কোৱা হৈছে যে হলন্ত চিন থকা ব্যঞ্জনৰ পিছতেই সদায় অক্ষৰ-বিভাজন হয় ; সংযুক্ত কৰি লিখিলে মাজতে অক্ষৰ ভঙা নাযায় । কিন্তু ৰোমান লিপিত লিখা gabru ৰূপটোত অক্ষৰ-বিভাজন জানিবৰ কোনো উপায় নাই । যদি নাই তেন্তে আমি ga-bru আৰু gab-ru—এই অক্ষৰ বিভাজন বুজিম কেনেকৈ ? যদি জনা নাযায় তেন্তে অৰ্থ স্পষ্ট হ'ব কেনেকৈ ? ৰোমান লিপিত অক্ষৰ বিভাজন চিন এটাৰ প্ৰয়োজন অপৰিহাৰ্য নহ'বনে, ঠিক অসমীয়াৰ হলন্ত চিনৰ দৰেই (কিন্তু ৰোমান লিপিত বড়ো পণ্ডিতসকলে তেনে চিনৰ কথা চিন্তা কৰা নাই ।) ? যদিহে ৰোমান লিপিৰ gabru বুলি লিখা এটা বানানে দুয়োটা অৰ্থ বুজাব পাৰে, তেন্তে অসমীয়া লিপিত লিখা গাব্ৰু আৰু গাব্‌ৰু—এই দুটাৰ মাত্ৰ যি কোনো এটা ৰূপে দুয়োটা অৰ্থ প্ৰকাশ কৰিব নোৱাৰে বুলি আপত্তি কৰাৰ থল ক'ত ?

সেইদৰেই, দাফ্‌না, হাখ্‌মা, জাস্মায় আৰু থুথ্ৰী শব্দ অসমীয়া লিপিৰ সংযুক্ত ব্যঞ্জনে যিমান স্পষ্টকৈ উচ্চাৰণৰ নিৰ্দেশ দিব, ৰোমান লিপিৰ daphna, hakhma, jasmay আৰু thuthri শব্দই তেনেকৈ বিশুদ্ধ উচ্চাৰণৰ ইঙ্গিত দিব নোৱাৰে ।

বড়ো পণ্ডিতসকলৰ এটা আপত্তি হৈছে—বড়ো ভাষাত যিহেতু সংযুক্ত ব্যঞ্জন বৰ বেছি (আচলতে নহয় ; তেখেতসকলে হলন্ত ব্যঞ্জনক পৰবৰ্ত্তী ব্যঞ্জনৰ লগত সংযুক্ত হোৱা বুলি ধৰা কাৰণেহে তেনে যেন লাগিছে । সেই দৃষ্টিৰে চালে অসমীয়াত অসংখ্য সংযুক্ত ব্যঞ্জন ওলাব ; আমাৰ অভ্যাসৰ কাৰণে সংযুক্ত হয়নে নহয় জানো—হলন্ত চিন নিদিলেও । ঠিক সেইদৰেই বড়ো-ভাষীয়েও হলন্ত চিন নিদিলেও ক'ত হলন্ত

হ'ব আৰু ক'ত নহ'ব জানে আৰু জানিব ; যদিও কেতিয়াবা খেলিমেলি লাগে ; পৃথিৱীৰ সকলো ভাষাতো কম-বেছি পৰিমাণে তেনে খেলি-মেলি নথকা নহয় । ) । অসমীয়া ভাষাত নথকা সংযুক্ত ব্যঞ্জনো যিহেতু বহুত আছে, গতিকে হলন্ত চিন অত্যাধিক মাত্ৰাত ব্যৱহাৰ হ'ব ; ফলত লিখাবোৰ দেখিবলৈকো বেয়া আৰু লিখিবলৈকো অসুবিধা হ'ব । এই ক্ষেত্ৰত জনা উচিত যে ভাষাটোৰ নিতান্তই দৰকাৰী কথা আমি কেতিয়াও বাদ দিব নোৱাৰোঁ । বড়ো ভাষাত হলন্ত চিনৰ প্ৰয়োগ অপৰিহাৰ্য (ৰোমান লিপিটো অক্ষৰ-বিভাজনৰ চিন অপৰিহাৰ্য) । তাৰ বাহিৰে আখৰৰ তলত লিখা ্ৰ-কাৰ (ৰ-কাৰ), ল-কাৰ আৰু তলত সংযোগ কৰা এটা ম আৰু এটা ন—এই চাৰিটা হ'লেই প্ৰধান আৰু মুখ্য সংযুক্ত ব্যঞ্জনৰ সমস্যা গুচিব ।

## বিকল্প ব্যৱস্থা

বড়োসকলে ৰোমান লিপিৰ স্বৰ-ব্যঞ্জনৰ গোট গোট ৰূপবোৰ অসমীয়াতকৈও বেছি সুবিধানজক বুলি ক'ব খোজে । যদি সেয়ে হয়, তেন্তে অসমীয়া লিপিৰ ব্যঞ্জনবোৰো ব্যঞ্জনান্ত বুলি ধৰি আৰু স্বৰ-কেইটাৰ গৌণ ৰূপবোৰ বাদ দি ৰোমান আৰু অসমীয়াক সমগুণ-বিশিষ্ট কৰিব পাৰি । তেতিয়া দুয়োটা লিপিৰে সুবিধা অসুবিধাবোৰ (যান্ত্ৰিক দিশটো বাদ দি) সম্পূৰ্ণৰূপে একে হ'ব । এনেদৰে লিখিলে হলন্ত চিন গুচিব ; কিন্তু অক্ষৰ-বিভাজনত ৰোমান লিপিত হোৱাৰ দৰেই খেলি-মেলি থাকিব । যেনে (ওপৰত পাই অহা শব্দবোৰকে বিকল্প পদ্ধতিৰে লিখি দেখুওৱা হৈছে । ),

গঅঙগনআ, সঅঙখৰঈ, গআবৰউ, দআফনআ, গঅদনআ, গউজথঈ, জআনমআয় আৰু থউথৰঈ ।

এনেকৈ লিখাৰ ফলত বড়ো শব্দৰ উচ্চাৰণত খেলিমেলি বা বিকৃতি হ'ব নোৱাৰে ; কিয়নো এনেকৈ বড়ো লিপিৰে বড়ো ভাষাহে লিখা হৈছে ; অসমীয়া লিখা হোৱা নাই । গতিকে অসমীয়া উচ্চাৰণৰ কথা মনত পেলাই কেতিয়াও খেলি-মেলি লগাব নোৱাৰি ; ঠিক যেনেকৈ



ৰোমান লিপিত লিখা বড়ো শব্দ পঢ়োঁতে ইংৰাজী শব্দৰ উচ্চাৰণে খেলি-মেলি লগাব নোৱাৰে । যদিহে অসমীয়া লিপিয়ে খেলিমেলিৰ সৃষ্টি কৰে, তেন্তে ৰোমান লিপিয়েও ঠিক তেনেকৈয়ে অসুবিধাত পেলাব । লিপি নিৰ্ধাৰণৰ ক্ষেত্ৰত এই মৌলিক কথাটো আমি কেতিয়াও উলাই কৰিব নোৱাৰোঁ ।

## অসমীয়া লিপিৰে সুৰৰ (tone) প্ৰকাশ

বড়ো ভাষাত বিশিষ্ট সুৰ (toneme) কেইটা আছে আমি খাটাংকৈ নাজানোঁ । ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ মতে নিৰপেক্ষ সুৰ এটাৰে সৈতে চাৰিটা সুৰ পোৱা যায় । অধ্যাপক বাৰ্টন-পেজৰ মতে সুৰ তিনিটা : উচ্চ বা উন্নত, মধ্য বা সম আৰু নিম্ন বা অৱনত । সুৰ অক্ষৰাধাৰৰ (syllable nucleus) এৰাব নোৱৰা গুণ । এতিয়া সুৰবাহী স্বৰটোত উচ্চ বা উন্নত সুৰ বুজাবলৈ ৰেফ (´) চিন, আৰু নিম্ন বা অৱনত সুৰ বুজাবলৈ বিসৰ্গ (ঃ) চিন ব্যৱহাৰ কৰিব পৰা যায় । তেতিয়া কোনো চিনেৰে লিখি নেদেখুওৱা অক্ষৰাধাৰত মধ্য বা সম সুৰ নিহিত আছে বুলি বুজা যাব (বৰ্ণবিজ্ঞানত লয়—গুণবোৰ এনেকৈয়ে লিখি দেখুওৱা হয় ) । যেনে,

| সাধাৰণমতে | | বিকল্প মতে | | অৰ্থ |
|---|---|---|---|---|
| হ́ব্ | ... | অহ́ৰ | ... | দিয়া ; |
| হঃব্ | ... | হঅঃৰ | ... | ওলম, অৱনত হ; |
| হৰ্ | ... | হঅৰ | ... | ৰাতি । |

ইয়াৰ প্ৰথম শব্দত ৰেফ চিনে উচ্চ সুৰ বুজাইছে ; দ্বিতীয় শব্দত বিসৰ্গ চিনে অৱনত সুৰ বুজাইছে । তৃতীয় শব্দত একো চিন দিয়া হোৱা নাই ; গতিকে এই শব্দটোত সম সুৰ উচ্চাৰিত হ'ব লাগে বুলি আমি বুজিম ।

এইদৰেই, সু́ৰ্ ... সউ́ৰ ... ঘূৰণ, প্ৰদক্ষিণ ;
সুঃৰ ... সউঃৰ ... লোহা
সুৰ ... সউৰ ... কোন ?

| | | | | |
|---|---|---|---|---|
| হ'া | ... | হুঅ'া | ... | হয়, কি ? |
| হাঃ | ... | হুআঃ | ... | কাট ; |
| হা | ... | হুআ | ... | মাটি, ভূমি ; |
| সী | ... | সঈ | ... | কাপোৰ ; |
| সীঃ | ... | সঈঃ | ... | ভিজ্, তিত্, ইত্যাদি । |

অসমীয়া লিপি যে বড়ো ভাষাৰ কাৰণে সম্পূর্ণ উপযোগী সেই কথাটো ওপৰৰ আলোচনাই স্পষ্টকৈ দাঙি ধৰিছে। বড়ো ভাষা যেনেকৈ আমাৰ সুপ্ৰাচীন থলুৱা ভাষা, অসমীয়া লিপিও তেনেকৈয়ে এটা সুপ্ৰাচীন থলুৱা লিপি। এই থলুৱা লিপি গ্ৰহণ কৰি বড়ো-ভাষীসকলে নিজৰ ঐতিহ্যৰ প্ৰাচীনত্ব প্ৰতিষ্ঠা কৰিব পাৰিব বুলি মোৰ দৃঢ় বিশ্বাস।

মহেন্দ্ৰ বৰা

# অসমীয়া লিপিৰ সৰলীকৰণ

## ১. প্ৰস্তাৱনা

বাৰেমতৰা, যুক্ত বৰ্ণ, যুগ্ম বৰ্ণ, বাৰেমতৰা যোগত নিৰ্দিষ্ট কেইটামান ব্যঞ্জন বৰ্ণৰ বিশেষ ধৰণৰ ৰূপান্তৰ আৰু যুক্ত আখৰেৰে সৈতে অসমীয়া লিপিত সৰ্বমুঠ ১৭১ টা প্ৰতীক পোৱা যায়। স্বীকাৰ কৰিব লাগিব, ন শিকাৰুৰ কাৰণে ইমানবোৰ আখৰৰ লগত চিনাকি হ'ব লগীয়া পৰিস্থিতিটো যথেষ্ট জটিল। যন্ত্ৰৰ সা-সুবিধা গ্ৰহণৰ ক্ষেত্ৰতো এই বিৰাট সংখ্যাটোৱে প্ৰতিবন্ধকৰ সৃষ্টি নকৰিলেও, অন্ততঃ ব্যয়সাধ্য কৰি তোলে। তদুপৰি, অসমৰ জনজাতীয় ভাষাসমূহৰ কাৰণে লিপি-মনোনয়নৰ প্ৰশ্ন উঠোঁতেও, এই বিৰাট সংখ্যাটোৰ লগত ৰোমক লিপিৰ মাথোন ৫২ টা বৰ্ণৰ বিজুলিৰেই পাছৰবিধ লিপিৰ সপক্ষে প্ৰথম যুক্তিটোৰ অৱতাৰণা কৰা হয়। গতিকে, বিশেষকৈ বৰ্তমানৰ পৰিপ্ৰেক্ষিতত অসমীয়া লিপিৰ কিবা সৰলীকৰণ সম্ভৱপৰনেকি— সেই বিষয়ে চিন্তা কৰি চোৱাৰ প্ৰয়োজন হৈছে।

অসমীয়া লিপিৰ সৰলীকৰণ সম্পৰ্কে প্ৰথম চিন্তা কৰোঁতা মানুহগৰাকী হ'ল ৺হৰিপ্ৰসাদ বৰুৱা। তেখেতে বিভিন্ন সময়ত বেলেগ পৰামৰ্শ আগ বঢ়াইছিল, 'এক পক্ষ' নামৰ পুথিখনৰ পাতনিত। দ্বিতীয় আৰু তৃতীয় পৰামৰ্শ দুটা বিকল্প হিচাপে দাঙি ধৰিছিল ১৯৬১ চনত 'অসম বাণী'ত প্ৰকাশিত এটি প্ৰবন্ধৰ জৰিয়তে। পৰামৰ্শকেইটাৰ সাৰাংশ তলত দাঙি ধৰা হ'ল :

১. 'এক পক্ষ'ত বৰুৱা ডাঙৰীয়াই বাৰেমতৰাৰে সৈতে মুঠ ৭৫টা প্ৰতীকৰ সলনি 'শ্ৰী'ৰে সৈতে মুঠ ৪৭ টা প্ৰতীকৰ ব্যৱস্থা কৰিছিল। অসমীয়া ভাষাত উচ্চাৰণ নোহোৱা দীৰ্ঘ স্বৰ, মূৰ্ধন্য বৰ্ণ আৰু ছ, ঞ, য, শ, ষ আৰু ড় —এইকেইটা বৰ্ণ অসমীয়া লিপিৰপৰা বাদ দিছিল। দ্বিতীয়তে,

যুক্ত বৰ্ণসমূহৰ অপ্ৰত্যাশিত ব্যভিচাৰী ৰূপ সম্পূৰ্ণৰূপে ত্যাগ কৰিছিল আৰু সেইকেইটাৰে সৈতে সকলোবোৰ যুগ্ম আৰু যুক্ত বৰ্ণকে দুটা আখৰৰ যুক্ত ৰূপ দিয়াৰ কথা প্ৰস্তাৱ কৰিছিল। উল্লেখযোগ্য যে, তেখেতে এই আটাইকেয়োটা সংস্কাৰৰ উপযোগীকৈ যথেষ্ট সংখ্যক নতুন আখৰ কটাই লৈছিল।

২। 'অসম বাণী'ৰ প্ৰবন্ধটোত তেখেতে বাৰেমতৰাসমূহ মূল সংশ্লিষ্ট ব্যঞ্জন বৰ্ণৰ পাছত যোগ দিয়াৰ কথা চিন্তা কৰিছিল। ইয়াৰে বিকল্প পন্থা হিচাপে তেখেতে বাৰেমতৰাৰ সলনি সংশ্লিষ্ট স্বৰবৰ্ণকেই ব্যৱহাৰ কৰাৰ পৰামৰ্শ দিছিল। যি কি নহওক, এইবেলি তেখেতে দীৰ্ঘ স্বৰ-বৰ্ণকেইটা বাদ দিয়াৰ পৰামৰ্শ উঠাই লৈছিল। আনহাতে, তেখেতে নতুন এটি পৰামৰ্শ দাঙি ধৰিছিল: যুক্ত আৰু যুগ্ম বৰ্ণসমূহ বাদ দিব লাগে— হসন্ত চিন দি লিখিলেই হ'ব। কিছুমান ক্ষেত্ৰত হসন্ত চিন বাদ দিয়াৰ যুক্তিও তেখেতে মানি লৈছিল।

ইয়াৰ পাছত অসমীয়া লিপিৰ সবলীকৰণ সম্পৰ্কে কোনো উল্লেখ-যোগ্য আলোচনা হোৱা নাই। মাথোন ৪ৰ্থ বছৰ ৫ম-৬ষ্ঠ সংখ্যা 'মণিদীপ'ত 'ভাষা বিপ্লৱৰ আঁচনি' প্ৰবন্ধটোত এটা নতুন প্ৰস্তাৱ আগ বঢ়োৱা হৈছিল। আমি অতি আনন্দিত যে, অধ্যাপক নাহেন্দ্ৰ পাছুনে প্ৰস্তুত কৰা 'মিচিং ভাষাৰ লিপি'খনত সেই প্ৰস্তাৱৰ কেইটামান উল্লেখ-যোগ্য দিশ গ্ৰহণ কৰা হৈছে।

## ২. সমস্যাৰ বিশ্লেষণ

স্বৰ্গীয় হৰিপ্ৰসাদ বৰুৱাদেৱৰ প্ৰথম পৰামৰ্শটো ঘাইকৈ অসমীয়া লিপি ধ্বনিৰ শুদ্ধ ৰূপায়ণৰ আদৰ্শত প্ৰদত্ত। কিন্তু, কেইটিমান আসোঁৱাহ ৰৈ গ'ল। তেখেতে ধৰি লৈছিল, অসমীয়া ভাষাত দীৰ্ঘ স্বৰ নাই। দেখা যায়, পৰিশীলিত কণ্ঠত ই নিৰ্ভুলকৈ উচ্চাৰিত হয়। তদুপৰি, তেখেতে 'স' আখৰটো 'চ' হিচাপে ধ্বনিত হয় বুলি ভুল কৰিছিল। তেখেতৰ দ্বিতীয় পৰামৰ্শৰ ভিত্তি আছিল, শব্দৰ ধ্বনিতাত্ত্বিক বিশ্লেষণ আৰু ৰূপতাত্ত্বিক বিশ্লেষণৰ মাজত আঁৰ গুচাব লাগে। কিন্তু, তেখেতে



ইয়াৰ বিনিময়ত ৰোমক লিপিৰ এটা ডাঙৰ অসুবিধা মাৰটি লৈছিল। তদুপৰি, এই পৰামৰ্শ গ্ৰহণ কৰিবলৈ হ'লে, অসমীয়া লিপিৰ স্বাভাৱিক সৌন্দৰ্য হেৰালহেঁতেন। তৃতীয়টো পৰামৰ্শৰ ভিত্তি আছিল ডঃ কালে আৰু বিনোবাজীৰ দেৱনাগেৰী লিপিৰ সংশোধন সম্পৰ্কীয় প্ৰস্তাৱ। তেখেতে প্ৰচলিত 'ী'-কাৰ আৰু 'ু'-কাৰৰ সলনি 'ব' চানেকিৰ চিন আৰু হিন্দী 'ট'ৰ লেখীয়া চিন ব্যৱহাৰ কৰাৰ প্ৰস্তাৱ দাঙি ধৰিছিল। কিন্তু, 'ৃ'-কাৰৰ ক্ষেত্ৰত প্ৰচলিত প্ৰতীকেই গ্ৰহণ কৰাৰ ফলত সমস্যাৰ-যে সৃষ্টি হ'লহেঁতেন, সেইষাৰ কথা পাহৰিছিল। তদুপৰি, হসন্ত চিনৰ প্ৰাচুৰ্যয়ো ডাঙৰ সমস্যা এটাৰ সৃষ্টি কৰিলেহেঁতেন।

আমাৰ প্ৰস্তাৱত ৺বৰুৱাৰ প্ৰথম পৰামৰ্শৰ এটা অংশ গ্ৰহণ কৰি-ছিলোঁ। লগতে, তেখেতৰ তৃতীয় পৰামৰ্শ সংশোধিত ৰূপত গ্ৰহণ কৰিছিলোঁ। যুক্ত আৰু যুগ্ম বৰ্ণৰ এটা সংগতিপূৰ্ণ গঠনৰ আদৰ্শত হসন্ত ধ্বনিবোধক সৰুফুটীয়া আখৰ ব্যৱহাৰ কৰাৰ পৰামৰ্শ দিছিলোঁ। এতিয়া ধাৰণা হৈছে, যেতিয়ালৈকে আমি সংস্কৃত মূলৰ আভাস ৰখাৰ লক্ষ্য বাদ দিব নোৱাৰোঁ, তেতিয়ালৈকে এই নতুন ৰীতি গ্ৰহণ কৰিবলৈ অক্ষম হৈ ৰ'ম। সেই বাবে, এতিয়াও বিশ্বাস কৰোঁ, আমাৰ জনজাতীয় ভাষাসমূহৰ কাৰণে এই লিপি সম্পূৰ্ণভাৱে গ্ৰহণ কৰাৰ অৱকাশ আছে।

## ৩. সমাধান

অসমীয়া লিপিৰ ক্ষেত্ৰত ছপাখানাৰ আমূল পৰিৱৰ্তন সাধন কৰিব পৰা অৱস্থা এতিয়া নাই। গতিকে, সম্প্ৰতি আটাইকেয়োটা স্বৰ আৰু ব্যঞ্জনবৰ্ণ ৰখা হওক। দ্বিতীয়তে, ক্ত, ঙ্গ, ন্ম, ঙ্ক আদি ব্যভিচাৰী বৰ্ণকেইটাকো অবিকৃতৰূপত যুক্তবৰ্ণ কৰি ৰখা হওক। তৃতীয়তে, যুক্ত আৰু যুগ্ম বৰ্ণৰ সংযোজন অনুভূমিক আদৰ্শত প্ৰতিষ্ঠা কৰা হওক। সেয়ে হ'লে, টাইপৰাইটাৰ আৰু মনো-লাইনো ব্যৱহাৰ কৰাৰ সুযোগ বাঢ়িব। আমাৰ জনজাতীয় ভাষাসমূহৰ কাৰণে মূলতঃ এই আদৰ্শকে অনুসৰণ কৰা হওক। লগতে চিন্তা কৰি চাব পাৰি, সৰুফুটীয়া আখৰেৰে হসন্ত বৰ্ণৰ কাম সাধিব পাৰিনেকি? সেয়ে হলে, অসমীয়া লিপিৰ

পৰা বেছি দূৰলৈ আঁতৰি নেযাবগৈ। পাৰস্পৰিক দিয়া-লোৱাৰ সম্ভাৱনাও ৰ'ব। দ্বিতীয়তে, তেখেতসকলৰ ভাষাৰ কাৰণে অপ্ৰয়োজনীয় আখৰ-কেইটা বাদ দিব পাৰি। তৃতীয়তে, তেখেতসকলৰ ক্ষেত্ৰত বাৰেমতৰা সংশোধিত ৰূপত ব্যঞ্জন বৰ্ণৰ পাছত বহুওৱাৰ ব্যৱস্থাও কৰিব পাৰি। অধ্যাপক নাহেন্দ্ৰ পাতৃনে মিচিং ভাষাৰ কাৰণে 'অ'-ৰ তলত '্‌'-কাৰ বহুৱাই এটা বিশেষ ধ্বনি-মূল্য আৰোপ কৰাৰ প্ৰস্তাৱ দিছে। আমাৰ বোধেৰে, লিপি অধিক ৰূপময় কৰিবৰ হেতুকে ইয়াৰ কাম 'ʊ'ৰে চলাব পাৰি। তেখেতে প্ৰস্তাৱ কৰা 'ী' কাৰ সম্পৰ্কে আমি আমাৰ সম্পূৰ্ণ সমৰ্থন জ্ঞাপন কৰিলোঁ। মাথোন প্লুতমাত্ৰিক স্বৰৰ বাবে 'ঃ' চিন দিয়াৰ সলনি দীৰ্ঘ বাৰেমতৰা ৰখা নাইবা হাইফেন দিবলৈ পৰামৰ্শ আগ বঢ়াওঁ। তেখেতৰ 'ং' সম্পৰ্কীয় প্ৰস্তাৱ সৰ্বতোভাৱে গ্ৰহণযোগ্য। কাৰণ, প্ৰাচীন অসমীয়া লিপিয়েও সেই আদৰ্শকে গ্ৰহণ কৰিছিল আৰু সি লিপিৰ সৌন্দৰ্য ক্ষুণ্ণ কৰা নাছিল—বৰং বৰ্জিতা থাই পৰিছিল।

পৰিশিষ্ট ক

## SCRIPT FOR THE TRIBAL LANGUAGES OF ASSAM

Concluding Remarks by
DR MAHESWAR NEOG,
Director, Second Writers' Camp,
Asam Sahitya Sabha,
Gauhati, 6—9 November 1974

When we first met in this Writers' Camp, we made it abundantly clear that we would have only academic considerations of the question of a script or scripts for the tribal languages of Assam and that we would approach our subject with a very open mind. When as President of Asam Sahitya Sabha and Director of this Camp I placed before you in a written Address the position to which my organisation, Asam Sahitya Sabha, has so far moved in the matter of a script for Bodo, I told you that I was just putting before you what the Sabha knew and believed and hoped, and that we would welcome all academic arguments which might even run counter to our stand. We do, however, see now that the deliberations in this Camp have not only *not* dislodged our views but have gone very much to vindicate our position. We may perhaps congratulate ourselves on the facts that the discussion has been maintained in good depth, and that writers from different languages of Assam, Assamese, Bodo, Dimasa, Karbi, Rabha, Mishing and Tiwa collected here to press their own viewpoints and sentiments in great cordiality. This in itself should be considered a good achievement, removing, as it does, many a misconception and misunderstanding. It is true that members of Bodo Sahitya Sabha and All Bodo Students' Union came with a sort of closed mind when they have been declaring from the very start that they would not move even a little from their earlier decision to adopt the Roman script for the Bodo language. On the other hand, they have admitted that the Expert Committee set up by Bodo Sahitya Sabha did not consult any acknowledged linguist over the details of phonemic requirements of Bodo and

that they could not dispute the scientific analysis which came up even in this Camp. We droned around their closed mind all these few days and hours in our attempt to find even a small orifice into it, and even though we have not succeeded in finding any, the open discussion here is sure, I hope, to lead us one day to a happy rapprochement that would bring immense good to the Bodos themselves. That is why I emphatically repeat the appeal of the Executive Committee of Asam Sahitya Sabha to Bodo Sahitya Sabha to reconsider its earlier decision on the basis of the scientific analysis put forth by this Camp.

It has come out in course of the discussion that neither the Assamese-Bengali script as it is nor Roman as it is could be adopted to bring out all the phonemes in our tribal tongues. Both of them will require modification in the process of adopting. It also transpired that requirements for the different tribal languages of Assam were not identical. In several tribal languages there would be need for adjustment in vowels and consonants if the Assamese-Bengali script is adopted, whereas so far as Bodo is concerned, only one vowel needs that adjustment, the matter of tone ( which would call for adjustments in any script conceivable ) apart; and there is no such need in the case of Bodo consonants. The Chairman of Bodo Sahitya Sabha's Expert Committee on Script stated that in the case of a few sounds his Committee has not been able so far to make the final decision even within Roman.

It appeared from the words of certain speakers like Principal Indreswar Pegu and Shri Tarunchandra Pamegam that the pressure for departure from the existing Assamese-Bengali script to Roman has come particularly from people of the youthful generation who are still in college and that others, used to the religious and other literature in Assamese and Bengali, are not at all in favour of such a head-long change. Roman came to our tribal people in the wake of Christian proselytization and it is very often tribal leaders ( such as Samson Ingty in the case of the Karbi language, as pointed out by our young friend, Shri Samsing Hanse ) who insisted that the local script must be adopted as the tribal groups have ever to live in intimate relation with the local people.

The main objection against the Assamese-Bengali or Nagari script is that great hurdles are put to young learners by the *yuktaksharas*. But it must perhaps have been noticed that the



forms of these conjuct letters have already been greatly simplifiied due to, and through, recent technological developments. All the *yuktaksharas* are not, moreover, needed for the tribal languages. It must not also be forgotten that these have grown out of the Indian situation, to which all tribal people belong, and have their utility. In most of the tribal languages the unit of syllable plays a very important role in the speech; and this particular character would be very adequately and unambiguously represented through conjunct consonants.

Why and how to determine a script?

The President of Bodo Sahitya Sabha appeared to have been confused when Asam Sahitya Sabha's Executive Committee said that this was a purely academic question to be settled on academic considerations. The word "academic" has a very extensive meaning and very naturally may include all matters of education, culture, aesthetics, history, society, linguistics and even administration and technology. We did not anticipate that this could have been a matter of any dispute. When we made that statement we had simply the welfare of the Bodo people in their human environment uppermost in our mind – (a) their future, (b) their culture, (c) its wide Indian context, (d) the possibility of the development of a large literature in their language and (e) their educational development through books on different branches of science and humanities. We have made this very clear in the Executive Committee resolution and elsewhere. Let me point out some particular spots in my Address which refer to these considerations. It is primarily with the aim at the future of the Bodo people that we must make a decision in the matter, lest the coming generations find us wanting in a sentiment for them. We said:

(a) বিশেষকৈ, সম্পৰ্কিত ভাষা-ভাষী গোষ্ঠীৰ ভৱিষ্যত যাতে সাময়িক ভাৱাবেগৰ দ্বাৰা উদ্ৰিক্ত হোৱা বাবে ক্ষতিগ্ৰস্ত আৰু পৰাহত নহয়, তালৈ লক্ষ্য ৰখাটো সকলো পক্ষৰে নিতান্ত বাঞ্ছনীয়। (Address, p. 3)

(b) যদি তেওঁলোকে হিন্দু ধৰ্ম আৰু ভাৰতীয় সংস্কৃতিৰপৰা জীপ গোটাই নিজকে আধুনিক সাহিত্য-সংস্কৃতি-সম্পন্ন এটি গোট কৰি তুলিব খোজে, তেতিয়া হ'লে মণিপুৰীসকলৰ দৰেই হিন্দুধৰ্ম আৰু ভাৰতীয় সংস্কৃতিৰ গ্ৰন্থবোৰ অধ্যয়ন কৰাৰ সুবিধা ৰাখিব লাগিব আৰু অসমীয়া-বঙলা উভয় ভাষাৰপৰা আৰু লগতে সংস্কৃতৰপৰাও আঁতৰি থকা অৱস্থা তেওঁলোকৰ হ'ব নালাগিব। এনে স্থলত অসমীয়া আৰু বঙলা

ভাষাৰপৰা বড়োসকলক আঁতৰাই পেলোৱা ৰোমান লিপিৰ পাৰকল্পনাই দূৰদৃষ্টিৰ অভাৱহে সূচনা কৰে। (p. 15)

(c) ৰোমান লিপি হোৱাৰ লগে লগে ৰামায়ণ-মহাভাৰতৰপৰা ৰবীন্দ্ৰনাথ, বেজবৰুৱা, বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনা-ৰাজিৰ ফালে বড়ো ল'ৰা-ছোৱালীৰ এখন আঁৰকাপোৰ পৰিব। (p. 16)

(d) বিশেষকৈ বিদেশী মিছনেৰিসকলৰ উদ্যোগত নিজৰ লিপি নথকা পূৰ্বৰ অসমৰ জন-জাতিসমূহৰ ভাষাৰ বাবে ৰোমান লিপি প্ৰয়োগ কৰা হৈ আহিছে। খাছি, গাৰো, লুছাই, আও, আংগামি আদি ভাষাত খ্ৰীষ্টিয়ান সাহিত্য আৰু স্কুল-কলেজৰ পাঠ্য আদিও ৰোমান লিপিত ছপা হৈ আহিছে। কেইবাটাও জনজাতীয় ভাষা স্নাতক মহলা পৰ্যন্ত বিশ্ববিদ্যালয়ত পঢ়ুওৱা হৈ আহিছে; কিন্তু এইবিলাক ভাষাত সৌন্দৰ্য আৰু শক্তি থকা একোটি সাহিত্য এতিয়াও হৈছে বুলি ক'ব নোৱাৰি। আনফালে অসমীয়া-বঙলা লিপি গ্ৰহণ কৰা সম-গোষ্ঠীৰ ভাষা মৈতৈ বা মণিপুৰীত এক পুৰঠ সাহিত্য হৈছে। (p. 15)

(e) নিতান্ত বড়ো শব্দ গ্ৰহণ কৰি নতুন জগতৰ জ্ঞান-বিজ্ঞানৰ সকলো ভাব প্ৰকাশ কৰা টান হ'ব। এনে ক্ষেত্ৰত আগৰ বড়োৱে অসমীয়া ভাষাৰপৰাই ধাৰ কৰি আহিছে। অসমীয়া ভাষাই নিৰ্ভৰ কৰিছে সংস্কৃতৰ ওপৰত। গতিকে, বড়ো-অসমীয়াৰ অতি ঘনিষ্ঠ সম্পৰ্ক বড়োৰ বাবেই বাঞ্ছনীয়। (p. 16)

Let me also quote here what the great Indian savant, Professor Dr Sunitikumar Chatterji, has said in his *Bharater Bhasa o Bhashasamasya* (Santiniketan, 1351 B.S.) in relation to the Bodo, Garo, Meithei and Lushei languages:

> ভারতের বৃহত্তর জীবনে অংশ গ্রহণ করিতে হইলে, কেবল এই সমস্ত সাহিত্য-হীন পাহাড়িয়া ভাষায় চলিবে না, ভোট-চীন-ভাষীদের বাঙ্গালা আসামী অথবা নেপালী শিখিতেই হইবে, এবং হইতেছে।

At one stage Bodo Sahitya Sabha tried to subvert our thesis that Bodo phonetics, vocables and syntax are very close to Assamese phonetics, vocables and syntax — much closer than to those in any other language. But when the Chairman of the Bodo Expert Committee in his talk started continually citing Dr Banikanta Kakati (who based his theory on Dr Grierson and Dr S. K. Chatterji) in regard to Tibeto-Burman influences on Assamese and referring to innumerable correspondences in vocabulary in Assamese and Bodo, the participants pressed on him for his view



on this and Shri Brahma was found unreservedly agreeable to our opinion. It is thus and thus that the Camp converged ultimately upon our academic points. All the same, we would never seek to force our decision on the members of Bodo Sahitya Sabha, who have their own stand so far as their earlier decision is concerned even though they admit these academic points. They say they do not have any connection with the political activities of the Plains Tribal Council, which has been raising the demand for a separate state. But when one of the speakers (Shri Dadhi Mahanta) boldly came up with the charge that this proposition on script of Bodo Sahitya Sabha is intimately linked with the PTC's political ambition as the Sabha and the Council have never declared themselves opposed to one another in anything, no voice of protest was raised in the Camp from any quarters. This left some amount of misgiving in many minds that when academic considerations are very much against the adoption of Roman for Bodo after the smooth running of Bodo language teaching in the local script for the last 15 years, political separatism might be at the root of the demand, which is not justified by educational principles at any level—whether international, national or regional.

If you would like to have the opinion of the international scholars gathering round the UNESCO, it has been cited by one of our friends here:

> In cases where the school uses a local mother tongue in the early years but later changes to a second language of regional and national importance as the main instrument of communication, it is advantageous to the students if both the languages are written in the same way. If possible, the writing of a local language should agree with that of the regional, national or official language, so as to facilitate transition from one to the other (*The Use of Vernacular Language in Education*: The Report of the UNESCO Meeting of Specialists, 1951).

Our National Education Commission of 1964-66 in their greatly authoritative report on "Education and National Development" have almost the same thing to say about the the medium of primary education and its script in tribal areas:

The medium of education in the first two years of the school should be the tribal language and books should be specially prepared in these languages (using the script of the regional language) for use at this stage. During this period, the children should be given oral instruction in the regional language and their familarity and command over it should be improved. By the third year, the regional language should be the medium of education.

It will not be fair, as I have already said in my Address, to overlook this and put a new construction upon what the Report adds in a footnote, saying: "Where the Roman script is already being used for tribal languages, the practice may be continued." By no stretch of imagination can it be said that "the Roman script is already being used" for Bodo as it is the Assamese script which has been used all through the 15-year history of Bodo education. The problem of script for Indian languages which do not have their own systems of writing was taken up by the Central Institute of Indian Languages, based in Mysore, and this is what they have to say:

> The large majority of Indian languages and dialects lack a writing system. In the present context of realities in India large number of minority language groups, suffering from identity crisis, are demanding recognition of their languages. It is often argued that recognition of languages is not complete without recognising new script. It is seldom realised that from the point of view of the development printing technology it is against the interest of these languages themselves to have a separate script. From the point of view of studying an additional writing system which will have no relevance in future is also academically unsound, at the same time it must be however recognised that for giving a chance to the minority language speakers to fully participate in the socio-economic reconstruction of the country it is urgently necessary to provide them education which will quickly bring them to the mainstream of activities. This would require recognition of their mother-tongue for purposes of primary education with provision for smooth transition to the education provided by the neighbouring dominant language in which their immediate economic interests lie,



> In view of this it is suggested that the non-literate languages be encouraged to adopt and adapt the script system of the neighbouring dominant language with which their immediate economic interest is tied up (*Distribution of Languages in India in States and Union Territories*, Mysore, 1973).

If we consider the matter at the regional and State level we shall have more reasons to stick to the Assamese-Bengali script than to take to Roman. There was no education in Bodo prior to India's attainment of independence. The Government of Assam introduced Bodo in primary schools in the Assamese script fifteen years ago, and have also recognised it as a subject at the secondary stage. This was indeed a very bold step when even Dr S. K. Chatterji feared that languages like Bodo did not have much chance of survival. All the same, the Bodos of Assam have to learn the State's official language, which is also the regional language of Assam and which is widely their language too. I do not think it will be possible for the Bodos to cut themselves off from the Assamese language even in the future. The Chairman of the Secondary Education Board, Assam, has told this Camp that the regional language is going to be taught compulsorily to our children in the school. If the regional language thus becomes a must, its script has necessarily to be learnt by the children. Will it not be immensely helpful to the young children to have the same script for the two languages they hear from their very birth?

A script, it has sometimes been argued, would give the Assam tribes an identity, for which all tribal people in India are today striving. But what identity would Roman impart to these people? Did they not ever have that identity of a script in the past? Many of the great rulers of Assam were of Mongoloid or Tibeto-Burman origin. They—whether it is Maharaja Naranarayana or Raghudevanarayana or a chief ruling over the small principality of Rani (let alone the Ahom kings)— used the Assamese-Bengali script alone for official purposes as is evident from their numerous stone and copperplate inscriptions. Shri Tirthanath Sarma has just referred to a manuscript work in the Kachari language written in the Assamese script, which was once preserved in Baithalangso (Mikir Hills). All this would show that the Tibeto-

Burman people accepted the Assamese-Bengali script as their own for all the languages they used—Sanskrit, Assamese and the tribal tongue. If the Tibeto Burman-speakers today have to find their identity in a script, the logic of history would point to the Assamese-Bengali script. It is as much their script as of any other Assamese's. We may not perhaps quarrel with the name, Asamiya or Assamese, which in all probability derives itself from the name of the Ahom rulers—a reason for which the name might as well have been coined after the Bodo or Kachari. The Assamese language would not have been what it is today in tone and temper had it not been spoken over centuries by the Tibeto-Burman, particularly Bodo, people of this region, who gave their own character to this otherwise Indo-Aryan tongue.

Several speakers have referred to Professor Dr Suniti Kumar Chatterji's opinion about the Roman script for Indian languages.

(1) The advocates of Roman for Bodo have greatly leaned on Dr Chatterji's opinion on Roman, expressed in a different context and in a different form, in support of their own stand. Dr Chatterji devised an 'Indo-Roman alphabet' for the languages of India including Sanskrit; but in spite of his very great standing in the world of linguists his view has not found much favour with them. In his *Languages and the Linguistic Problem*, published in the series of Oxford Pamphlets on Indian Affairs (1943), he said, "A voluntary acceptance of this Indianized Roman script need not hurt our national susceptibilities. It would be just like the metric system, the European clock, the Christian era, and other matters of convenience. The solution proposed is well worth trying." It is a great pity that scholars have not paid any serious attention to the words of Professor Chatterji. But it would equally be a pity if, when no language group in India has responded to his call, a language like Bodo comes forward to make the experiment without any consideration of other consequences.

(2) As early as 1946 Dr Chatterji said in a conference of the Rastrabhasha Parishad that Devanagari was most suited to all Indian languages if we take into account any of these considerations: nationality, history, science and countrywide propagation:

राष्ट्रीयता, इतिहास, विज्ञान, देशव्यापी प्रचार— जिस किसी दृष्टिकोण से विचार किया जाय, देवनागरी या भारतीय लिपि सभी भारतीय भाषाओं के लिये उपयोगी है ( *Devanagari Lipi, Ek Samgosthi,* Gandhi



Smarak Nidhi, New Delhi, 1974 ) ।

(3) The other day the President of Bodo Sahitya Sabha read out the text of a telegram received from Dr Chatterji just on the eve of our Camp. Professor Chatterji suggests that Bodo be "biliteral" like Konkani, Santali, etc. He does not, however, mention which two scripts Bodo may use. He must, I am sure, mean one of them to be the Assamese-Bengali, as the regional script has always been advised by educationists for tribal languages, as the local script alone has been used over the last 15 years in teaching Bodo in the schools and as Professor Chatterji himself has been insisting that the Tibeto-Burman people should learn and read both Bengali and Assamese in order to faciliatate their participation in the greater Indian life. The other script which Dr Chatterji has in his mind may be Nagari on national considerations or Roman from an international view. One thing, however, to be noted is that whereas Roman has been largely and constantly used for books in Konkani, Santali, etc., for a very long period, that has never been done in the case of Bodo. Even though exploratory and monograph-type books on Bodo were written in English by foreign missionaries and administrators with Bodo text, almost necessarily for them, in Roman, these books never reached down to the Bodo people. When Dr Chatterji devised his Indianized Roman for all Indian languages, he was not at all confident about the future existence of Bodo at all ( *Bharater Bhasha o Bhasha-samasya,* pp. 26-27). Bodo Sahitya Sabha does not propose to take up Dr Chatterji's Indo-Roman at all.

In view of the above, I do not understand how Bodo Sahitya Sabha takes Professor Chatterji as subscribing to their view. That is why I would appeal to the Sabha once more to revise their stand in the face of these realities and to put off the agitation for an academically unsound cause.

পৰিশিষ্ট খ

# অসমৰ দ্বিতীয় লেখক-শিবিৰৰ কাৰ্য-বিৱৰণি

১৯৭৪ চনৰ ৬ নবেম্বৰপৰা ৯ নবেম্বৰলৈ
স্থান : কটন কলেজৰ নৱ কলা-ভৱন

সঞ্চালক : ডক্টৰ মহেশ্বৰ নেওগ
উপস্থিতৰ সংখ্যা : ১৮০ জন

বিষয় : (১) অসমৰ জনজাতীয় ভাষাৰ বাবে উপযোগী লিপি—ৰোমান নে অসমীয়া
(২) অসমীয়া লিপিৰ সৰলীকৰণ
(৩) অসমীয়া ভাষা আৰু বড়ো ভাষাৰ সাদৃশ্য

৬ নৱেম্বৰ ১৯৭৪ : উদ্বোধনী অনুষ্ঠান আৰু চক্ৰৰ আৰম্ভণি

১। ‘চিৰ চেনেহী মোৰ ভাষা জননী’ গীতেৰে সভাৰ কাৰ্য আৰম্ভ কৰা হয়।

২। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকে সভাৰ প্ৰাক্তন সভাপতি অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাক সভা উদ্বোধন কৰিবৰ বাবে অনুৰোধ কৰে।

৩। শ্ৰীহাজৰিকাই উদ্বোধনী ভাষণত আলোচনাৰ দ্বাৰা শান্তিপূৰ্ণ-ভাৱে লিপি-সমস্যা সমাধান কৰিবলৈ আহ্বান জনায়। তেওঁ স্বৰচিত এটি কবিতাৰে ভাষণ সামৰে।

৪ প্ৰধান সম্পাদকে অসম সাহিত্য সভাৰ সভাপতি ডক্টৰ মহেশ্বৰ নেওগক সভাৰ সভাপতিৰ আসন আৰু আলোচনাচক্ৰৰ সঞ্চালকৰ দায়িত্ব লবলৈ অনুৰোধ কৰে।

৫ ডক্টৰ নেওগে আসন গ্ৰহণ কৰি কয় যে অসম সাহিত্য সভাই লিপি সম্পৰ্কে কোনো সিদ্ধান্ত কাৰো ওপৰত জাপি দিব খোজা নাই।



বড়ো ভাষাৰ বাবে ৰোমান লিপি-গ্ৰহণৰ সমৰ্থনত হোৱা আন্দোলনৰ পৰিপ্ৰেক্ষিতত বড়ো তথা অসমৰ জনজাতীয় ভাষা-সমূহৰ লিপি-সম্পৰ্কীয় বিষয়টো একাডেমিক দৃষ্টিভঙ্গিৰে বিচাৰ-বিশ্লেষণ কৰি চাই পৰাপক্ষত সকলোৰে গ্ৰহণযোগ্য এটা সিদ্ধান্তত উপনীত হোৱাটোহে শিবিৰৰ ঘাই উদ্দেশ্য বুলি কয়।

৬। প্ৰধান সম্পাদক শ্ৰীনগেন শইকীয়াই শিবিৰৰ উদ্দেশ্য আৰু লক্ষ্য ব্যাখ্যা কৰি সম্পাদকীয় প্ৰতিবেদনত প্ৰথম লেখক শিবিৰত অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা সম্পৰ্কে হোৱা আলোচনাত জনজাতীয় অসমীয়া লেখকসকলে অসমীয়া আৰু ৰোমান লিপিৰ সপক্ষে আৰু বিপক্ষে দাঙি ধৰা যুক্তি, বড়ো সাহিত্য সভাৰ দ্বাৰা প্ৰচাৰিত প্ৰচাৰ-পত্ৰ-সমূহ উত্থাপন কৰে আৰু এই সন্দৰ্ভত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ ১৯৭৪ চনৰ ১৩ আৰু ১৪ অক্টোবৰত বহা অধিবেশনে গ্ৰহণ কৰা প্ৰস্তাৱ উত্থাপন কৰে। ৰোমান লিপিৰ সমৰ্থনত পিকেটিং কৰোঁতাসকলৰ ওপৰত অমানুষিক অত্যাচাৰ কৰা হৈছে বুলি বড়ো সাহিত্য সভাৰ অভিযোগৰ কথা উল্লেখ কৰি প্ৰতিবেদনত কোৱা হয় জনজাতীয় অজনজাতীয় কোনো লোকে যদি জনজাতীয় অসমীয়াৰ মৰ্যাদাত আঘাত লাগিব পৰা কিবা কাম কৰিছে, তেনে কাম কৰা লোকক সভাই নিন্দা কৰে। তদুপৰি কোনো দুৰ্বৃত্তৰ কাৰ্যক সম্প্ৰদায়বিশেষৰ কাৰ্য বুলি ভুল নকৰিবলৈ অনুৰোধ কৰা হয়।

৭। সভাত অসমৰ সমাজ-কল্যাণ বিভাগৰ মন্ত্ৰী শ্ৰীউত্তমচন্দ্ৰ ব্ৰহ্মাই বিশিষ্ট অতিথিস্বৰূপে ভাষণ দি কয় যে কি লিপিৰ মাধ্যমেৰে ভাষাৰ উৎকৰ্ষ সাধিত হ’ব, সেই কথা শিক্ষাবিদ্ আৰু ভাষাতাত্ত্বিকসকলে বিচাৰ কৰিব লাগে। তেওঁ অসম সাহিত্য সভাই বিভিন্ন জাতি-উপজাতিৰ মাজত সম্প্ৰীতি-স্থাপনৰ বাবে গ্ৰহণ কৰা ভূমিকাক আদৰণি জনাই কয় লিপি-সমস্যাৰ সমাধান আলোচনাৰ মাজেদি হ’ব লাগে আৰু সেই সিদ্ধান্ত অসমীয়া জাতিৰ মাজত সংহতি আৰু সম্প্ৰীতি স্থাপনত সহায়ক হ’ব লাগে।

৮। অসমৰ সাংস্কৃতিক পৰিক্ৰমাৰ মন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই বিশিষ্ট

অতিথিৰূপে ভাষণ দি ৰোমান লিপিৰ সন্দৰ্ভত বড়োসকলৰ আন্দোলনৰ উল্লেখ কৰি কয় যে আলোচনাৰ মাজে লিপি-সমস্যাৰ সমাধান কৰিব লাগিব। যোৱা ১৫ বছৰ জুৰি অসমীয়া লিপিৰে বড়ো ভাষাৰ শিক্ষাদান আৰু গ্ৰহণ হৈ অহাৰ পিছত ৰোমান লিপিৰ সমৰ্থনত হোৱা আন্দোলনক তেওঁ লেখক-শিবিৰত সমৱেত হোৱা বিভিন্ন জনজাতীয় প্ৰতিনিধিসকলক এটা সিদ্ধান্তলৈ আহিবৰ বাবে অনুৰোধ জনায়।

৯। 'অসমৰ জনজাতীয় ভাষাৰ লিপি' এই বিষয়টো আলোচনাৰ বাবে মুকলি কৰিবলৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰধান ডক্টৰ মহেন্দ্ৰ বৰাক সঞ্চালকে আহ্বান কৰে। ডক্টৰ বৰাই তেওঁৰ লিখিত ভাষণ দাঙি ধৰে আৰু বক্তব্য বিশ্লেষণ কৰে। আদৰ্শ লিপি কেনে হোৱা উচিত, ৰোমান লিপিৰ সুবিধা আৰু অসুবিধা, অসমীয়া লিপিৰ সুবিধা আৰু অসুবিধা, অসমৰ জনজাতীয় ভাষাসমূহৰ ধ্বনি-বৈশিষ্ট্য আৰু লিপিৰ লগত দেশীয় সংস্কৃতিৰ সম্পৰ্কে বিজ্ঞানসম্মত পদ্ধতিৰে বিশ্লেষণ কৰে। তেওঁ কয়, "ভাৰতৰ বিভিন্ন অংগ ৰাজ্যৰ অধিবাসীসকলৰ মাজত অন্যান্য স্তৰৰ হেজাৰ অমিল সত্বেও ভাষাৰ প্ৰকৃতি আৰু লিপিৰ আকৃতি প্ৰচ্ছন্ন হৈ থকা উমৈহতীয়া ঐতিহ্যই মিলনৰ সেতু ৰচনা কৰি থৈছে।"

ডক্টৰ বৰাৰ আলোচনাৰ পিছতে মধ্যাহ্ন বিৰতি ঘোষণা কৰা হয়।

১০। মধ্যাহ্ন বিৰতিৰ পাছৰ আলোচনাত অংশগ্ৰহণ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰিডাৰ ভাষা-বিজ্ঞানী ডক্টৰ গোলোক চন্দ্ৰ গোস্বামীয়ে ডক্টৰ বৰাৰ বিশ্লেষণ সম্পূৰ্ণকৈ সমৰ্থন কৰে আৰু বড়ো সাহিত্য সভা আৰু বড়ো ছাত্ৰ সন্থাৰ মনত থাকিব পৰা সন্দেহ দূৰীভূত কৰিবলৈ আহ্বান কৰে। তেওঁ কয়, (১) এটা ভাষা কোৱা আৰু সেই ভাষাৰ বিশেষজ্ঞ হোৱা দুটা কথা। বড়োসকলে বড়ো ভাষা জানিলেও ভাষা-বিজ্ঞান নজনাকৈ নিজকে সেই ভাষাৰ বিশেষজ্ঞ বুলি ভাবিলে ভুল কৰা হব। এজন ভাষা বিজ্ঞানীয়ে কোনো ভাষা নজনাকৈও সেই ভাষাৰ ধ্বনিসমূহ শুনি তাৰ ধ্বনি-ৰূপ স্পষ্টকৈ বুজিব পাৰে। (২) এটা ভাষাৰ লিপি কি হব—এই প্ৰশ্ন গণভোটৰ্ দ্বাৰা নিৰ্ণীত



হ'ব নোৱাৰে ; ই হ'ব লাগিব সম্পূৰ্ণ ভাষা-বিজ্ঞানৰ ভিত্তিতহে। phonetic principles খটুৱাই এটা ভাষাৰ বৰ্ণসমূহ যেতিয়ালৈকে নিৰ্ণয় কৰা নহয় সেই পৰ্যন্ত এটা ভাষাৰ লিপি ভালভাৱে নিৰ্ণয় কৰা নাযায়। (৩) বড়োভাষাৰ ব্যাপক ধ্বনি-পদ্ধতিৰ লগত যদি কোনো ভাষাৰ বৰ মিল আছে তেনেহলে সি অসমীয়াহে। (৪) ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায়ে ১৯৪২ ছনত দিয়া মতামত ১৯৭৪ ছনত কিমানদূৰ গ্ৰহণযোগ্য হৈ আছে সিও বিচাৰৰ কথা। তদুপৰি তেওঁ ৰোমান লিপি সংস্কৃতকে ধৰি ভাৰতৰ সকলো ভাষাৰ বাবে গ্ৰহণৰ বাবে দিয়া পৰামৰ্শ ভাৰতবৰ্ষৰ কোনো পণ্ডিতে সমৰ্থন কৰা নাই। গ্ৰহণ কৰা দূৰৰ কথা। (৫) অৰুণাচলৰ জনজাতীয় ভাষাভাষীৰ বাবে ৰোমান লিপি গ্ৰহণ কৰা বুলি কোৱাটো সম্পূৰ্ণ ভ্ৰান্তিমূলক। (৬) আই. পি. এ. লিপিক ৰোমান বুলি কোৱা নহয় আৰু সেই লিপি সৰ্ব্বসাধাৰণৰ ব্যৱহাৰৰ বাবেও নহয়। গতিকে বড়োভাষাৰ বাবে ৰোমান লিপিত বিশিষ্ট ধ্বনিসূচক চিন ব্যৱহাৰ কৰিলে সেই লিপি স্বাভাৱিকতেই অগ্ৰহণীয় হ'ব। (৭) অসমীয়া লিপিমালাৰ যিকেইটা বৰ্ণ বড়োভাষাৰ বাবে প্ৰয়োজনীয় নহয়, সেইকেইটা বৰ্ণ বাদ দি বড়োভাষাৰ বাবে সেই বৰ্ণমালা ব্যৱহাৰ কৰিব পাৰি।

ডক্টৰ গোস্বামীয়ে বড়ো ভাষাৰ ধ্বনিতাত্বিক বিশ্লেষণৰ ভিত্তিত অসমীয়া বৰ্ণমালা যে আটাইতকৈ বেছি গ্ৰহণীয় সেই কথা বিশ্লেষণ কৰি দেখুৱায়।

১১। বড়ো ভাষাৰ বিশেষজ্ঞ অধ্যক্ষ ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যই আলোচনাত অংশ গ্ৰহণ কৰি মত প্ৰকাশ কৰে : (১) লিপিৰ সমস্যা ভাষা-বিজ্ঞানৰ সমস্যাহে। ইয়াৰ লগত ৰাজনীতিক ভাৱাবেগ, গোষ্ঠীচিন্তা, ব্যক্তিগত বা দলীয় আকাঙ্ক্ষা আদিৰ কোনো সম্পৰ্ক থাকিব নালাগিব। বৈজ্ঞানিক বিশ্লেষণৰ ভিত্তিত আৰু ভৌগোলিক, সামাজিক আৰু পাৰি-পাৰ্শ্বিক অৱস্থাৰ লগত সংগতি ৰাখি সৰ্বসাধাৰণৰ হিতৰ উদ্দেশ্য আগত ৰাখি লিপি নিৰ্ধাৰণ কৰিব লাগে। (২) অসমীয়া লিপি বড়ো ভাষাৰ বাবে আহুকাল নোহোৱাকৈ ব্যৱহৃত হৈ আহিছে। গতিকে ৰোমান

লিপি গ্ৰহণৰ বাবে হোৱা যত্নটো বিচাৰৰ বিষয়। (৩) বড়ো ভাষাৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক বিচাৰত অসমীয়া ভাষাৰ লগত তাৰ সম্পৰ্ক ইমান ঘন যে মুখৰ কথাৰে তাক অঁতৰাই পেলাব নোৱাৰি। (৪) ভাষাৰ ব্যাৱহাৰিক প্ৰয়োজনীয়তা আৰু তাৰ গঠনৰ লগত সঙ্গতি ৰাখি লিপি নিৰ্ধাৰণৰ বিষয়ে এটা ভাষা-বিজ্ঞানসম্মত বিশ্লেষণ নকৰাকৈ লিপি নিৰ্ধাৰণ হ'ব নোৱাৰে।

১২। আলোচনাত অংশ গ্ৰহণ কৰি শ্ৰীৰাজেন ৰাভাই স্পষ্টভাৱে কয় (১) ৰোমান লিপি ৰাভা জনজাতীয় ভাষাৰ বাবে সম্পূৰ্ণ অগ্ৰহণীয়। কিয়নো ৰোমান লিপি ল'লে ৰাভা ভাষাৰ অনেক ধ্বনিমূল লোপ পোৱাৰ সম্ভাৱনা আছে। (২) অসমীয়া লিপিৰ ঋ, ৠ, ঐ, ছ বাদ দি আৰু শ, ষ, স-ৰ ভিতৰত এটা মাত্ৰ ধ্বনি ৰাখিলেই ৰাভা ভাষাৰ বাবে যথেষ্ট হয়। (৩) কূটচিহ্ন ব্যৱহাৰ কৰি ৰোমান লিপি গ্ৰহণ কৰিলে সেই লিপি পণ্ডিতৰ লিপিলৈ পৰিৱৰ্তিত হয়। (৪) ৰোমান লিপি গ্ৰহণ কৰিলে অসমীয়া মানুহৰ মাজত স্বাভাৱিক, ভাষাগত আৰু ভাৱাৱেগযুক্ত সম্পৰ্ক বিচ্ছিন্ন হ'ব; কিয়নো ৰোমান লিপিৰ লগত জনজাতীয় ভাষাৰ সামান্য সম্পৰ্কও নাই, সম্পৰ্ক আছে অসমীয়া লিপিৰ লগতহে। (৫) জনজাতীয় ভাষাৰ বাবে অসমীয়া লিপিৰ প্ৰয়োজনীয় ঠাইত সৰলীকৰণ কৰি ল'ব লাগে। (৬) ৰাজ্যিক ভাষা হিচাপে অসমীয়া ভাষাৰ লগত অসমৰ সকলো জনগোষ্ঠীৰ সম্পৰ্ক থাকিবই। গতিকে, সেইফালৰপৰাও অসমীয়া লিপিৰ গ্ৰহণীয়তা সমৰ্থন-যোগ্য। (৭) বড়ো এটা গোষ্ঠীহে; ৰাভা, কছাৰী, লালুং, কাৰ্বি, ডিমাছা আদি জনজাতি-সমূহ বিশাল কছাৰী জাতিৰ যিদৰে একো একোটা অংশ, বড়োও সেইদৰে এটা অংশহে। গতিকে বড়ো সাহিত্য সভাই বড়ো শব্দেৰে সমগ্ৰ জন-জাতিবোধক বুজাবলৈ যোৱাটো অনুচিত হৈছে। ৰাভা ভাষাও বড়োৰপৰা স্বতন্ত্ৰ এক ভাষাহে।

শ্ৰীৰাভাই দেশীয় সংস্কৃতি আৰু জাতীয় সংহতিৰ প্ৰতিও দৃষ্টি আকৰ্ষণ কৰি তেওঁৰ বিশ্লেষণ আগ বঢ়ায়।

১৩। অধ্যাপক নাহেন্দ্ৰ পাছুনে আলোচনাত অংশ গ্ৰহণ কৰি



কয় (১) মিছিং ভাষাৰ ধ্বনি প্ৰকাশৰ বাবে দুয়োটা লিপিতে অসুবিধ আছে; কাৰণ বিশিষ্ট ধ্বনি-প্ৰকাশৰ বাবে বহু সময়ত বেলেগ চিহ্ন সংযোগ কৰি ল'লেহে অসমীয়া লিপিয়েই হওক বা ৰোমান লিপিয়েই হওক, মিছিং ভাষাৰ বাবে গ্ৰহণযোগ্য হ'ব। (২) যি লিপিকে গ্ৰহণ কৰা নহওক, মিছিং ভাষাৰ কাৰণে সেই লিপিৰ পৰা প্ৰয়োজনীয় বৰ্ণ-কেইটা লৈ বিশিষ্ট চিন সংযোগ কৰি বেলেগ মিছিং লিপি কৰি ল'ব লাগিব। (৩) ব্যাৱহাৰিক দিশত ৰোমান লিপি অধিক সুচল; কাৰণ টাইপৰাইটাৰ, ছপাশাল ইত্যাদি অধিক সুবিধা ৰোমান লিপিৰ ব্যৱহাৰে দিব পাৰে। (৪) ৰোমান লিপিত যুক্তাক্ষৰৰ প্ৰশ্ন নাই; গতিকে লিখাত সহজ। (৫) মিছিং ভাষাত থকা স্বৰধ্বনি সাতোটাৰ অ, আ, ই, ও, ঐ এই পাঁচোটা অসমীয়াত আছে। ৰোমান লিপিৰেও সেইকেইটাৰে বুজাব পৰা হ'ব। কিন্তু দুটা বিশিষ্ট ধ্বনিৰ বাবে অসমীয়া ৰোমান দুয়োটাতে বেলেগ কূটচিহ্ন প্ৰয়োগ কৰিব লাগিব।

ডক্টৰ মহেন্দ্ৰ বৰাই এই দুটা ধ্বনিৰ বাবে 'ʼ' এই চিহ্নৰ ব্যৱহাৰ হৈ অহাৰ কথা কয় আৰু ই-ৰ বাবে ɪ̮ এই চিহ্ন ব্যৱহাৰ কৰাৰ পৰামৰ্শ দিয়ে। পাছুনে 'ɪ̮'ৰ সলনি আন চিহ্নইহে বুজাব পাৰিব বুলি কয়।

অধ্যাপক পাছুনৰ বক্তৃতা শেষ হোৱাৰ পাছত পৰৱৰ্তী দিনলৈ কাৰ্য্যসূচী স্থগিত ৰখা হয়।

৭ নবেম্বৰ ১৯৭৪

১৪। সাহিত্যিক শিক্ষক শ্ৰীতৰুণচন্দ্ৰ পামে গামৰ বক্তব্যেৰে দ্বিতীয় দিনৰ কাৰ্য্যসূচী আৰম্ভ কৰা হয়। শ্ৰীপামেগামে কয় যে (১) মিছিং আমাৰ বহল অসমীয়া সমাজৰ অংগ। ধৰ্মীয়-সংস্কৃতিৰ ফালৰপৰাও অন্যান্য অসমীয়া মানুহৰ লগত মিছিং-অসমীয়াৰ সম্পৰ্ক অবিচ্ছেদ্য। (২) এতিয়ালৈকে মিছিং ভাষা দোৱান অৱস্থাত আছে আৰু এই ভাষাৰ যি কেইখন গীত-মাতৰ পুথি অসমীয়া লিপিত লিখা হৈছে, সেই কেইখনে যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিছে। (৩) জোৰ কৰি ৰোমান লিপি জাপি দিলে সি অগ্ৰহণীয় হ'বই; আৰু কোনোৱাই গ্ৰহণ কৰিলেও বেছি দিন

নিটিকিব। (৪) অসমীয়া লিপিতকৈ ৰোমান সুবিধাজনকতো নহয়েই বৰং বিভিন্ন দিশৰপৰা অসুবিধাজনক। (৫) ৰোমান লিপিয়ে সাম্প্রদায়িক বিচ্ছেদ ঘটাব, অভাৰতীয় মনোভাৱৰ বীজ সুমুৱাব আৰু ভাৰতীয় সংস্কৃতি আৰু ভাৰতীয় আধ্যাত্মিকতাৰপৰা আঁতৰাই দিব। (৬) ৰোমান লিপিৰ যিখিনি যান্ত্রিক সুবিধা আছে, সেইখিনি অসমীয়া লিপিৰ নহ'ব বুলি কোনে ক'ব পাৰে? (৭) মিছিং ভাষাক ভাষা হিছাপে জীয়াই ৰখাটো বেলেগ কথা, কিন্তু শিক্ষাৰ মাধ্যম কৰা সম্ভৱ নহয়।

১৫। আন এগৰাকী সাহিত্যিক শ্রীভৃগুমণি কাগয়ুংএ আলোচনাত অংশ গ্রহণ কৰি কয়, (১) ওপৰৰপৰা দেখাত ৰোমান লিপি উপযোগী যেন লাগিলেও দৰাচলতে ই মিছিং ভাষাৰ বাবে অনুপযোগী। (২) ৰোমান লিপি লোৱা কিছু জনজাতীয় লোকে অভাৰতীয় পৰিৱেশৰহে সৃষ্টি কৰিছে। (৩) ৰোমান লিপিয়ে অনৈক্যৰ বীজ সিঁচিব, (৪) মিছিং ভাষাক বৰ্তমান অৱস্থাত প্ৰাথমিক শিক্ষাৰ মাধ্যম কৰাৰ প্ৰশ্ন নুঠে। গতিকে অসমীয়া ভাষা আমাৰ অন্যতম ভাষা হৈয়ে থাকিব; তদুপৰি মিছিং ভাষাৰ উন্নতি সাধিবলৈ হ'লে অসমীয়া লিপি আৰু অসমীয়া গাতে ভেজা দিয়েই কৰিব লাগিব, সেইবাবে অসমীয়া লিপি আৰু অসমীয়া ভাষাৰ লগতে যুগমীয়া সম্পৰ্ক ৰাখিব লাগিব।

১৬। আলোচনাত অংশ গ্রহণ কৰি বড়ো সাহিত্য সভাৰ অন্যতম প্রতিনিধি অধ্যাপক থানেশ্বৰ বড়োৱে ৰোমান লিপি গ্রহণৰ সপক্ষে যুক্তি দৰ্শাই কয় যে (১) ৰোমান লিপি সমগ্ৰ বিশ্বতে পৰিচিত আৰু যান্ত্ৰিক দিশৰপৰাও ইয়াৰ সুবিধা আছে, (২) সেই লিপি ল'লে ইংৰাজী শিকাত সহজ হ'ব আৰু বড়োসকল বহল প্ৰতিযোগিতাত নামিব পাৰিব, (৩) ই যিহেতু আন্তৰ্জাতিক লিপি, গতিকে ৰোমান লিপিৰে বড়োসকলৰ আন্তৰ্জাতিক সংযোগ স্থাপন হব, আৰু বিশাল মানৱতা বা বিশ্ব-সংস্কৃতিৰ লগত মিলিবৰ বাবে সুযোগ ঘটিব আৰু ৰোমান লিপিৰে লিখা সবাতোকৈ চহকী ইংৰাজী ভাষাসাহিত্যৰ লগত সম্পৰ্ক স্থাপন হ'ব; (৪) বড়োসকল অসমীয়া সংস্কৃতিৰপৰা আঁতৰি যাব খোজা নাই আৰু ব্যাৱহাৰিক প্ৰয়োজনতেই অসমীয়া ভাষা শিকিব লাগিব; তাৰ বাবে মাধ্য-



মিক শিক্ষাৰ পাঠ্যক্ৰমৰ পৰিৱৰ্তন সাধি অসমীয়া ভাষাক অতিৰিক্ত বাধ্যতামূলকভাৱে শিকোৱাৰ ব্যৱস্থা ৰাখিলেই হ'ল, (৫) বড়ো সংস্কৃতি বিশাল অসমীয়া সংস্কৃতিৰে অঙ্গ হলেও উপনৈ যিদৰে নৈত মিলালৈকে তাৰ পৃথক অস্তিত্ব ৰাখে, বড়োসকলেও অস্তিত্ব ৰক্ষাৰ বাবে নিজৰ ভাষাৰ বিকাশ বিচাৰিছে আৰু তাৰ বাবে ৰোমান লিপি ল'ব খুজিছে। (৬) বহুত পৰীক্ষানিৰীক্ষা কৰি ৰোমান লিপি গ্ৰহণৰ সিদ্ধান্ত বড়ো সাহিত্য সভাই লোৱাৰ পাছত এতিয়া তাক ৰখা হ'ব নে নহয় সেই প্ৰশ্ন নুঠে। আমাৰ বাবে এই সিদ্ধান্ত সলনি কৰা সম্ভৱ নহয়; কিয়নো বড়োসকলে সামূহিক ঐক্যত বিশ্বাস কৰে আৰু সেইবাবে এবাৰ সিদ্ধান্ত গ্ৰহণ কৰাৰ পিছত তাক সকলোৱে মানি চলিব লাগে। কোনো লোকে সামূহিক মত নামানিলে সমাজে তেওঁক এঘৰীয়া কৰিব পাৰে।

শ্ৰীনগেন শইকীয়া: ৰোমান লিপি-গ্ৰহণৰ সিদ্ধান্ত কৰোঁতে কোনো ভাষাতাত্ত্বিকৰ লগত পৰামৰ্শ কৰা হৈছিলনেকি?

শ্ৰীবড়ো: নাই কৰা। অৱশ্যে ড° সুনীতি কুমাৰ চেটাৰ্জীৰ মতামত বিচাৰ কৰি চোৱা হৈছিল।

শ্ৰীইন্দ্ৰেশ্বৰ পেগু: অসমীয়া ভাষাক বিশাল কছাৰী গোষ্ঠীৰ লোকে উমৈহতীয়া ভাষা হিছাপেই নহয়, নিজৰ ভাষা হিছাপে গ্ৰহণ কৰিলে। এতিয়া বড়ো ভাষা কেতিয়াবাই পাহৰি যোৱা বড়োসকলৰ লগত কেনেকৈ যোগা-যোগ ৰাখিব?

শ্ৰীবড়ো: যিসকলে বড়ো ভাষা নাজানে, তেওঁলোকক আমি এতিয়া বড়ো ভাষা শিকোৱাৰ কথা কোৱা নাই। কিন্তু বড়ো ভাষা কোৱা বহুতো লোক ৰাজনৈতিক অসমৰ সীমাৰ বাহিৰতো সিঁচৰতি হৈ আছে আৰু তেওঁলোকে বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ লিপি লৈছে, গতিকে ভাষা কৈ থকা মানুহখিনিৰ মাজত ৰোমান লিপি ললে সংযোগ সাধনৰ সুবিধা হ'ব। সাংস্কৃতিক সীমা ৰাজনীতিয়ে বান্ধি দিব নোৱাৰে।

ডক্টৰ গোলোকচন্দ্ৰ গোস্বামী: ডক্টৰ চেটাৰ্জীয়ে ৰোমান লিপিৰ সপক্ষে দিয়া মত ভাৰতবৰ্ষৰ কোনো পণ্ডিতে উপযোগী বুলি ভবা নাই

আৰু সেই মত বিবেচনাই কৰা নাই। গতিকে বড়ো ভাষাৰ বাবে ইয়াৰ উপযোগিতা কি ?

শ্ৰীবড়ো ঃ সেইটো বেলেগ কথা। আমি ডক্টৰ চেটাৰ্জীৰ মতৰ ওপৰতে ভিত্তি কৰিছোঁ আৰু আমাৰ বড়ো সাহিত্য সভাই সেই মত গ্ৰহণ কৰিছে।

শ্ৰীনগেন শইকীয়া — আপুনি অসমীয়া ভাষাক কোন স্তৰৰপৰা বাধ্যতামূলক কৰাৰ কথা কৈছে ?

শ্ৰীবড়ো ঃ সেইটো adjustment-অৰ কথা। তাৰ বাবে পাঠ্যক্ৰম সলাব লাগিব।

১৭। আলোচনাত অংশ গ্ৰহণ কৰি অসমৰ মাধ্যমিক শিক্ষাপৰিষদৰ সভাপতি শ্ৰীদণ্ডেশ্বৰ গগৈদেৱে কয় (১) পৰিষদৰ দ্বাৰা ইতিমধ্যে বড়ো ভাষাৰ ২০খন পাঠ্য-পুথি প্ৰকাশ কৰা হৈছে আৰু ১৬ খন পুথি সোনকালেই প্ৰকাশিত হ'ব। (২) অসমীয়া ভাষা বাধ্যতামূলক বিষয় হিছাপে প্ৰয়োগৰ আঁচনি আছে। (৩) বিভিন্ন গোষ্ঠীৰ লোকৰ মাজত একেআগি শিক্ষা হ'ব লাগে।

১৮। আলোচনাত অংশ লৈ অধ্যাপক শ্ৰীলীলা গগৈয়ে কয়, (১) অসমীয়া লিপি বহু যুগৰ চৰ্চাৰ ফল। ইয়াৰে ভাৰতীয় আৰ্য-অনাৰ্য যি কোনো ভাষাৰ ধ্বনি প্ৰকাশ কৰিব পাৰি ? কেৱল পৰিগ্ৰাহিতা গুণ-বোৰহে প্ৰয়োজন, (২) এটা লিপি গ্ৰহণ আৰু সময়ে সময়ে তাৰ পৰিমাৰ্জনৰ যোগেৰে কৰা প্ৰয়োগৰ লগত দলীয় ঐতিহ্য আৰু সাংস্কৃতিক পৰম্পৰা জড়িত হৈ আছে। গতিকে লিপি বিচাৰি ভাৰতীয় ভাষাই বাহিৰলৈ চোৱাৰ প্ৰয়োজন নাই। লিপিৰ বাবে ভেদ ভাব হোৱা নাই। ইয়াৰ অন্তৰালত অন্য কোনো কাৰণহে থাকিব পাৰে।

১৯। অধ্যক্ষ ইন্দ্ৰেশ্বৰ পেগুৱে অংশ গ্ৰহণ কৰি কয়, (১) মিছিং ভাষাৰ বাবে অসমীয়া লিপিহে প্ৰয়োজনীয়। কিবা অসুবিধা থাকিলে সেইখিনি সংস্কাৰ কৰি ললেই হয়। (২) অসমীয়া লিপিত প্ৰকাশিত মিছিং কিতাপহে জনপ্ৰিয়। ৰোমান লিপিত প্ৰকাশ কৰা এখন সৰু



কিতাপ কোনো মিছিং মানুহে পঢ়াৰ প্ৰয়োজনীয়তা অনুভৱ নকৰিলে। (৩) মিছিং অসমীয়া অন্যান্য অসমীয়া সকলৰ লগত ধৰ্মীয়, সাংস্কৃতিক সামাজিক আৰু অৰ্থনৈতিক, এই সকলো ফালৰপৰা এনেভাৱে সম্পৰ্কিত যে তেওঁলোকক অন্যান্য অসমীয়াসকলৰপৰা বাদ দি চাব নোৱাৰি। (৪) যান্ত্ৰিক সুবিধাই আচল সুবিধা নহয়, সামাজিক পৰিৱেশহে মুখ্যতঃ চাব লাগে। প্ৰতিৱেশীক এৰি ৰোমান লিপি লোৱা মানে আন্তৰ্জাতিক হবলৈ গৈ ওলাই যোৱাৰ বাটটোকে বন্ধ কৰা। (৫) ৰোমান লিপিয়ে সামাজিক বিশৃংখলাৰ সৃষ্টি কৰিব আৰু মিছিং ভাষাৰো বিকাশত বাধাহে জন্মাব।

২০। শ্ৰীবিভীষণ পেগুৱে কয়, (১) যান্ত্ৰিক দিশৰপৰা ৰোমান লিপি গ্ৰহণীয় যদিও সামাজিক পাৰিপাৰ্শ্বিকতাৰ ভিত্তিত অসমৰ জন-জাতীয় লোকসকলে অসমীয়া লিপিহে গ্ৰহণ কৰিব লাগে। কাৰণ, কাষৰ মানুহলৈ নেচাই দূৰলৈ চোৱাৰ অৰ্থ নাই। (২) এসময়ত ৰোমান লিপি গ্ৰহণীয় বুলি ধাৰণা হোৱা সত্বেও বিচাৰ-বিশ্লেষণ কৰি অসমীয়া লিপিৰ গ্ৰহণীয়তাৰ সপক্ষেহে সৰল যুক্তি দেখা যায়। (৩) মিছিং ভাষাৰ বাবে অসমীয়া লিপিয়েই উপযোগী আৰু বড়োসকলেও আঁকোৰ-গোজ মনোবৃত্তি এৰি আলোচনাৰ মাজেদি সমস্যাৰ ওৰ পেলাব লাগে।

২১। আন এগৰাকী প্ৰতিনিধি শ্ৰীচামচিং হাঞ্চেই আলোচনাত অংশ গ্ৰহণ কৰি কয়, (১) কাৰ্বি ভাষা অসমীয়া লিপিৰেই অসুবিধা নোপোৱাকৈ লিখা হৈছে। (২) ৰোমান লিপিৰ প্ৰতি ব্যক্তিগতভাৱে কাৰোবাৰ যদি দুৰ্বলতা আছে, সেই দুৰ্বলতা ত্যাগ কৰা উচিত। ১৯৬৪ ছনতে এই সম্পৰ্কে হোৱা আন্দোলনৰ সময়ত কাৰ্বি ভাষাৰ বাবে অসমীয়া লিপি গ্ৰহণৰ চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। (৩) আমাৰ ৰাজ্যভাষা হিছাপে অসমীয়া ভাষাৰ লগত থকা সম্পৰ্ক আৰু ভাৰতীয় ঐতিহ্যৰ লগতো অসমীয়া ভাষাৰ মাজেদিয়েই সম্পৰ্ক স্থাপন কৰাৰ প্ৰয়োজন আৰু ৰাজ্যৰ শিক্ষা-দীক্ষা, বেপাৰ-বাণিজ্য, চাকৰি আদিত অংশ লোৱাৰ সুযোগ, এই সকলোবোৰলৈ চাই অসমীয়া ভাষা আৰু অসমীয়া লিপি জনজাতীয়সকলে গ্ৰহণ কৰিব লাগে।

তদুপৰি অসমীয়া ভাষাৰ সহযোগতে জনজাতীয় ভাষাসমূহে বিকাশ লাভ কৰিব লাগিব।

২২। অন্যতম প্ৰতিনিধি শ্ৰীমতী নিৰুপমা হাগজেৰে কয়, (১) ৰোমান লিপিয়ে আমাক বিচ্ছিন্ন কৰিব আৰু সামাজিক বিশৃংখলাৰ সৃষ্টি কৰিব। (২) ৰোমান লিপি ল'লেই বড়ো ভাষা সাহিত্যৰ উন্নতি হ'ব বুলি ভবাটো ভুল। (৩) ৰোমান লিপিত আমাৰ উচ্চাৰণৰ বিশুদ্ধতা ৰক্ষা নপৰে। (৪) ডিমাছা ভাষাৰ বাবে অসমীয়া লিপি গ্ৰহণ কৰা হৈছে আৰু বড়ো সাহিত্য সভায়ো ৰোমান লিপিৰ পৰিবৰ্তে অসমীয়া লিপি গ্ৰহণ কৰিব লাগে।

২৩। শ্ৰীগগনচন্দ্ৰ সোনোৱালে কয়, বড়োসকলে যি লিপি গ্ৰহণ কৰে তাৰ লগত বহল কছাৰী জাতিৰ সম্পৰ্ক থাকিব লাগিব। বৃহৎ অসমীয়া স্বাৰ্থৰ ব্যাঘাত নোহোৱাকৈ যি লিপি গ্ৰহণ কৰিব পাৰি তাৰ বাবে এটা মতত উপনীত হ'বলৈ চেষ্টা কৰিব লাগে।

২৪। শ্ৰীবলাইৰাম সেনাপতিয়ে কয়, পাৰম্পৰিক আলোচনাৰ ভিত্তিত ভাষা কওঁতাসকলৰ লগত আলোচনাৰ জৰিয়তেহে আৰু ধ্বনিৰ প্ৰকৃত প্ৰতিনিধিত্ব কৰিব পৰা সমতাৰ প্ৰতি লক্ষ্য ৰাখিহে লিপি নিৰ্ধাৰণ কৰা উচিত। জনজাতীয় ভাষাৰ বাবে ৰোমান লিপিয়ে সেই সুবিধা দিব পাৰিবনে নোৱাৰে চাই লৈ গ্ৰহণ কৰিব লাগে।

২৫। বড়ো সাহিত্য-সভাৰ সভাপতি শ্ৰীৰামদাস বসুমতাৰীয়ে লিখিত আলোচনাৰে অংশ গ্ৰহণ কৰি কয়, (১) অসম সাহিত্য সভাই লিপি গ্ৰহণ বিদ্যাভিত্তিক হব লাগে বুলি কোৱাটো অগ্ৰহণীয়; কাৰণ প্ৰথমে ভাষা, তাৰ পিছতহে বিদ্যা; ভাষাৰ লিপি হ'লেহে সেই ভাষাৰে বিদ্যালাভ সম্ভৱ। গতিকে বিদ্যাভিত্তিক বুলিলে আন্তৰ্জাতিক আৰু বৈজ্ঞানিক জগতত বহুত অসুবিধাৰ সন্মুখীন হ'ব লাগিব।

[ সঞ্চালক ডক্টৰ মহেশ্বৰ নেওগে শ্ৰীবসুমতাৰীৰ বিদ্যাভিত্তিক শব্দটোৰ বিশ্লেষণ সম্পূৰ্ণ সঙ্কুচিত আৰু ভ্ৰান্ত বুলি কয়, যে অসম সাহিত্য সভাৰ প্ৰস্তাৱত বিদ্যাভিত্তিৰ শব্দটো আটাইতকৈ বহল অৰ্থতহে ব্যৱহাৰ কৰা হৈছে। আৰু কোনোবাই ভুল ব্যাখ্যা কৰিব পাৰে বুলি লগতে একাডেমিক শব্দটোও প্ৰস্তাৱটোত যোগ কৰা হৈছে। গতিকে বিদ্যাভিত্তিক শব্দটো আচহুৱা যেন পালেও একাডেমিক শব্দটো বক্তাজনে বুজিব লাগিছিল আৰু ধ্বনিতত্ত্বৰ আদিৰ উপৰিও যান্ত্ৰিক সকলো কথা সামৰি লোৱা একাডেমিক শব্দৰ ব্যাপ্তিও যদি কোনোবাই নুবুজে তেনেহলে সি বৰ আচৰিত কথাহে হ'ব। এনে কোনো বিষয়ৰ কোনো জ্ঞান নাই যাক বিদ্যাভিত্তিক বা বিদ্যায়তনিক অৰ্থাৎ একাডেমিক শব্দটোৱে সামৰিব নোৱাৰি।]



(২) ন্যূনতম ধ্বনিগত গুৰুত্ব, বিদ্যাভিত্তিক বিবেচনা আৰু যান্ত্ৰিক সা-সুবিধা—এই তিনিটাৰ সম্যক বিচাৰৰ ওপৰতহে লিপি নিৰ্ধাৰণ হ'ব লাগে। (৩) বড়ো ভাষাৰ ধ্বনিগত বৈশিষ্ট্য ৰাখিবলৈ অসমীয়া ভাষাৰ বহু যুক্তবৰ্ণ ৰাখিব লাগিব; অথবা হলন্ত চিন ব্যৱহাৰ কৰিব লাগিব। গতিকে সমস্যা থাকি যাব। (৪) অসমীয়া ভাষাত থকা আখৰ-জোঁটনিৰ জটিলতাই বিভ্ৰান্তিৰ সৃষ্টি কৰিব। (৫) বহু যুক্তাক্ষৰ শিকাটোৱে সময়ৰ অপচয় ঘটাব, (৬) এনে বৰ্ণমালা টাইপ বা ছপা কৰাত অসুবিধাজনক আৰু ব্যয়বহুল। গতিকে ন্যূনতম ধ্বনিগত বৈশিষ্ট্য, বিদ্যাভিত্তিক বিবেচনা আৰু যান্ত্ৰিক সা-সুবিধাৰ ভিত্তিত লিপি নিৰ্ধাৰণ কৰা উচিত। আৰু বড়ো সাহিত্য সভাই ইয়াৰ ভিত্তিতে ৰোমান লিপি গ্ৰহণৰ চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰিছে। (৭) ৰোমান লিপি-গ্ৰহণে সামাজিক আৰু সাংস্কৃতিক সংহতি বিনষ্ট নকৰে। পৰম্পৰৰ ভাষা-সংস্কৃতিক শ্ৰদ্ধাৰে গ্ৰহণ কৰিব পৰাতেই সংহতি ৰক্ষা পৰিব।

শ্ৰীনগেন শইকীয়া : ৰোমান লিপি-গ্ৰহণৰ সিদ্ধান্ত লওঁতে কোনো ভাষাতাত্ত্বিকৰ লগত আলোচনা কৰিছিলনেকি ?

শ্ৰীবসুমতাৰী : প্ৰত্যক্ষভাৱে কাৰো লগত আলোচনা কৰা নাই। ১৯৫২ চনত লিপি নিৰ্ধাৰণ কৰিবৰ বাবে এটা বিশেষজ্ঞ সমিতি গঠন কৰা হৈছিল আৰু তাৰ সভাপতি আছিল শ্ৰীপ্ৰমোদচন্দ্ৰ ব্ৰহ্ম। সেই সমিতিয়ে বিভিন্ন ঠাইত নিৰীক্ষণ (survey) কৰি আৰু ডঃ সুনীতি কুমাৰ চেটাৰ্জীৰ মতৰ ওপৰত ভিত্তি কৰি এই পৰামৰ্শ আগ বঢ়ায়।

শ্ৰীশইকীয়া : শ্ৰীপ্ৰমোদচন্দ্ৰ ব্ৰহ্ম ডাঙৰীয়াৰ ভাষা-বিজ্ঞানৰ বিশেষ প্ৰশিক্ষণ আছিলনেকি ? বা তেনে প্ৰশিক্ষণ আৱশ্যকীয় বুলি ভবা হোৱা নাইনেকি ?

শ্ৰীবসুমতাৰী : তেখেতে বড়ো ভাষা সম্পৰ্কে যথেষ্ট অধ্যয়ন কৰিছে। গতিকে প্ৰশিক্ষণ থকা-নথকাৰ কথা ভবা নাই ।

শ্ৰীশইকীয়া : প্ৰাথমিক স্তৰৰপৰা ৰোমান লিপি শিকি আকৌ বাধ্যতামূলকভাৱে অসমীয়া শিকোঁতে অসমীয়া লিপি শিকাত অসুবিধা নহ'ব জানো ?

শ্ৰীবসুমতাৰী : অসমীয়া শিকোঁতে কোনো অসুবিধা নহয় আৰু প্ৰতিজন বড়ো ছাত্ৰ-ছাত্ৰীয়ে অসমীয়া শিকিবই লাগিব ।

ডক্টৰ গোলোক চন্দ্ৰ গোস্বামী : ডক্টৰ চেটাৰ্জীয়ে এই বিষয়ে আপোনাক কিবা কৈছে নেকি ?

শ্ৰীবসুমতাৰী : হয়, আমাৰ এখন টেলিগ্ৰামৰ উত্তৰত তেখেতে লিখিছে : "i support roman for all languages including sanskrit certain languages hindustani konkani santali now must use more than one script so also bodo."*

সঞ্চালক ডক্টৰ নেওগে কয়, ডক্টৰ চট্টোপাধ্যায়ৰ মতটো বড়ো সাহিত্য সভাৰ মতৰ অনুকূল বুলি ক'ব নোৱাৰি, কাৰণ বৰেণ্য পণ্ডিতগৰাকীৰ মতে বড়ো ভাষা biliteral হ'ব লাগে, অৰ্থাৎ তাৰ বাবে দুটা লিপি হ'ব লাগে । বড়ো ভাষাৰ বাবে দুটা লিপিৰ কথা বড়ো সাহিত্য সভাই কোৱা নাই ।

ডক্টৰ গোলোক চন্দ্ৰ গোস্বামী : আপোনালোকৰ সমিতিৰ পৰামৰ্শৱালী পিছত কোনো ভাষাতাত্ত্বিকৰ হতুৱাই পৰীক্ষা কৰোৱাইছিলনেকি ?

শ্ৰীবসুমতাৰী : কৰা হোৱা নাই ।

শ্ৰীনগেন শইকীয়া : সৰু ল'ৰা-ছোৱালীয়ে বড়ো ভাষাৰ বাবে ৰোমান লিপি, ইংৰাজীৰ বাবে সম্পূৰ্ণ ইংৰাজী ধ্বনিৰ ৰোমান লিপি আৰু অসমীয়া লিপি ৩টা লিপি শিকাটো এটা অনাহকতে দিয়া বোজা নহ'বনে ?

* টেলিগ্ৰামৰ পাঠ শিবিৰৰ পিছত শ্ৰীবসুমতাৰীয়ে পঠোৱামতে সন্নিবিষ্ট হ'ল । শিবিৰত পঠিত পাঠত কিন্তু biliteral শব্দটো আছিল ।



শ্ৰীবসুমতাৰী : সেইটো এটা adjustmentৰ কথা । এই বিষয়ে পিছত কথা পাতিম বাৰু । (ড° মহেন্দ্ৰ বৰা আৰু ড° গোলোকচন্দ্ৰ গোস্বামীৰ প্ৰশ্ন সম্পৰ্কেও 'পিছত কথা হ'ম' বুলি তেখেতে উত্তৰ দিয়ে ।)

২৬। বড়ো ভাষাৰ লিপি নিৰ্ধাৰণ বিশেষজ্ঞ সমিতিৰ সভাপতি শ্ৰীপ্ৰমোদচন্দ্ৰ ব্ৰহ্মই আলোচনাত অংশ গ্ৰহণ কৰি কয় : (১) অসমীয়া লিপি গ্ৰহণ কৰিলেও বড়ো ভাষাৰ ধ্বনি বুজাবলৈ কিছুমান চিন দিব লাগিব । গতিকে এটা জটিল লিপি আৰু জটিল হব ।

শ্ৰীলোকনাথ ভঁৰালী : ৰোমান লিপি ল'লে সেইটো অসুবিধা নহ'বনেকি ?

শ্ৰীব্ৰহ্ম : নহ'ব বুলিয়েই ধাৰণা ; কাৰণ ৰোমান লিপিত আখৰ কম আৰু প্ৰয়োজন অনুসৰি দুই-এটা চিন দি ল'ব পৰা হ'ব ।

ডক্টৰ গোলোকচন্দ্ৰ গোস্বামী : আপোনালোকে ঠিক কৰা লিপিৰ চাৰ্টখন আছেনেকি ?

শ্ৰীব্ৰহ্ম : এতিয়া নাই ; আৰু আমি দুই এটা বৰ্ণ চূড়ান্ত কৰা নাই । যেনে 'a' টো আমি আ ধ্বনিৰ বাবে লৈছো । 'অ' ধ্বনিৰ বাবে ৰোমান 'v' আখৰটোৰ ওলোটা ৰূপ গ্ৰহণ কৰাৰ কথা ভাবিছো । কিন্তু সেই আখৰটো এতিয়া পাবলৈ নাই কাৰণে ব্যৱহাৰ কৰা নাই ।

ডক্টৰ গোস্বামী : তেনেহ'লে আপোনালোকে আটাইবোৰ ধ্বনিৰ লিপি সম্পূৰ্ণ কৰাই নাইনেকি ?

শ্ৰীব্ৰহ্ম : প্ৰায় সম্পূৰ্ণ হৈছে আৰু আমাৰ লিপিত ৰোমান লিপি-বোৰৰ ধ্বনি-মূল্য বেলেগ হ'ব—যিদৰে চীনাবিলাকে বেলেগ কৰি লৈছে ।

সঞ্চালক : আপোনাৰ ভাষা-বিজ্ঞানৰ কিবা প্ৰশিক্ষণ আছিলনেকি ?

শ্ৰীব্ৰহ্ম : নাই, মই এজন সেই অৰ্থত layman. কিন্তু বড়ো ভাষাৰ ব্যৱহাৰিক দিশটো মই ভালকৈ চাইছো আৰু দেখিছো । ৰোমান লিপি ল'লেই সুবিধা হয় ।

শ্ৰীব্ৰহ্মই আৰু কয় বড়োসকলৰ নিজ ৰাজ্যগঠনৰ কোনো আকাংক্ষা নাই আৰু বড়োসকলৰ দেশী-বিদেশী কোনো শক্তিৰ লগতো সম্পৰ্ক

নাই। পৰস্পৰৰ মাজত কোনো সন্দেহৰ ভাব থাকিব নালাগে আৰু অসমীয়া-ভাষীসকলেও বড়ো ভাষা শিকিব লাগে। তেতিয়াহে সংহতি ৰক্ষা পৰিব। অসমীয়া ভাষা বড়োসকলৰ বাবে কেতিয়াও পৰ নহয়। অসমীয়া ভাষাৰ বহু শব্দই বড়ো ভাষাৰপৰা আহিছে।

২৭। আলোচনাত অংশ গ্ৰহণ কৰি শ্ৰীপদ্ম পাটৰে কয় যে তেওঁ টিৱা সম্প্ৰদায়ৰ লোক হ'লেও সম্পূৰ্ণভাৱে অসমীয়া। গতিকে জনজাতীয় ভাষাৰ বাবে উপযোগী লিপি কি হ'ব সেইটো ভাষা কওঁতাসকলেহে জানিব।

২৮। শ্ৰীটিকাৰাম উপাধ্যায়ে কয় যে তেখেতে নিজে নেপালী সম্প্ৰদায়ৰ লোক হৈও অসমীয়া ভাষা-সাহিত্যৰ লগত আৰু জাতিৰ লগত মিলি যাব খুজিছে। বড়োসকলক উপাধ্যায়ে আদিম অসমীয়া বুলি কৈ কয় যে অসমীয়াসকলেই যদি অসমীয়া লিপি নলয়, কোনে ল'ব ? ডক্টৰ চেটাৰ্জীৰ মত ভাৰতৰ কোনো ভাষাই বিৱেচনা কৰা নাই ; আন কি, তেওঁৰ নিজৰ ৰাজ্যতে এই মত গ্ৰহণ কৰা নাই। গতিকে বড়োসকলে ৰোমান লিপিৰ দাবী পৰিত্যাগ কৰিব লাগে।

২৯। শ্ৰীসতীশচন্দ্ৰ মেচে ৰোমান লিপিৰ বিৰোধিতা কৰি কয় যে ই ৰাজ্যখনৰ সংহতিৰ পথত বাধাহে সৃষ্টি কৰিব। গতিকে বড়ো সাহিত্য সভাই এই কথাটো পুনৰ্বিবেচনা কৰা উচিত আৰু অসম সাহিত্য সভাৰ লগত আলাপ-আলোচনা কৰি এটা সিদ্ধান্ত কৰা উচিত।

৩০। আলোচনাত অংশ গ্ৰহণ কৰি শ্ৰীদধি মহন্তই কয় যে বড়োসকলৰ ৰোমান লিপিৰ দাবীত ৰাজনৈতিক উদ্দেশ্য আছে যেন লাগে। কাৰণ ৰোমান লিপিৰ সম্পৰ্কত P.T.C.-ৰ উদয়াচলৰ সমৰ্থকসকলে মাত নমতা কথাই সেই সন্দেহকে ঘনীভূত কৰে। গতিকে উদয়াচলৰ প্ৰশ্নৰ লগত এই প্ৰশ্ন ওতপ্ৰোতভাৱে জড়িত থকা বুলি সন্দেহ হয়। বড়োসকলে এতিয়াৰ কথা নাভাবি ভৱিষ্যতৰ কথাও ভাবিব লাগে। কাৰণ বড়ো ভাষাই বিজ্ঞান আৰু কাৰিকৰি বিজ্ঞানৰ পৰিভাষাবোৰ ভৱিষ্যতে অসমীয়াৰপৰাই ল'ব লাগিব। অসমীয়া-বঙলা লিপি অসম, পশ্চিম বঙ্গ আৰু বাংলাদেশ এই গোটেই অঞ্চলটোত বিস্তীৰ্ণভাৱে ব্যৱহৃত।



লিপিৰ পৰিচয়ে এই ভাষা-সাহিত্যবোৰৰপৰা সম্পদ আহৰণ কৰাত বড়ো ভাষাক প্ৰভূতভাৱে সহায় কৰিব পাৰে।

শ্ৰীমহন্তৰ ভাষণৰ পিছতে সঞ্চালকে ঘোষণা কৰে যে পিছদিনা আগবেলালৈ এই আলোচনা স্থগিত ৰখা হ'ল। লগতে ঘোষণা কৰে যে ড° মহেন্দ্ৰ বৰাই 'অসমীয়া লিপিৰ সৰলীকৰণ' সম্পৰ্কে আজিয়েই তেখেতৰ প্ৰবন্ধ উত্থাপন কৰিব। *

**৮ নবেম্বৰ ১৯৭৪**

৩১। তৃতীয় দিনাৰ আলোচনা মুকলি কৰি শ্ৰীলোকনাথ ভঁৰালীয়ে কয় : (১) তুলনামূলকভাৱে অসমতে জনজাতীয় অঞ্চলত শিক্ষাৰ প্ৰসাৰ ভাৰতত আটাইতকৈ বেছি। (২) ভাষা একোটা শিকাৰ বাবে প্ৰয়োজনীয়তা আৰু সুবিধা থাকিব লাগিব ; তেহে ভাষা শিকা হয় ; বড়ো ভাষা বা অন্যান্য জনজাতীয় ভাষা নিশিকে বুলি তোলা অভিযোগটো মুখ্যতঃ সেই বিচাৰেৰে চালেই তাৰ প্ৰকৃত কাৰণ বুজা যাব। (৩) ৰোমান লিপিৰে বিজ্ঞান আৰু কাৰিকৰি বিজ্ঞানৰ অসমীয়া তথা ভাৰতীয় পৰিভাষাবোৰ লিখা সমস্যা হৈ উঠিবগৈ। (৪) দেশীয় সংস্কৃতিৰ লগত লিপিৰ সম্পৰ্ক আছে, তাক বাদ দিব নোৱাৰে। (৫) তিব্বত-বৰ্মী গোষ্ঠীৰে মণিপুৰী ভাষাই যদি বঙলা-অসমীয়া লিপি গ্ৰহণ কৰি প্ৰভূত উন্নতি সাধন কৰিব পাৰে, বড়ো ভাষাই নোৱাৰাৰ কাৰণ কি ? (৬) ৰোমান লিপি লোৱা জনজাতীয় ভাষা এটায়ে কোনো উন্নতি সাধন কৰিব পৰা নাই।

৩২। প্ৰথিতযশা সাহিত্যিক চৈয়দ আবদুল মালিকে আলোচনাত অংশ গ্ৰহণ কৰি কয় : (১) বৰ্ণ আৰু ধ্বনিৰ জটিলতা কেৱল বড়ো ভাষাতে নহয় অন্যান্য ভাৰতীয় ভাষাবোৰতো আছে। (২) ৰোমান লিপিয়ে বড়ো ভাষাত সমাধান কৰিব নোৱৰা জটিলতাৰ সৃষ্টি কৰিব। (৩) বড়ো ভাষা অনাবড়োৱে শিকিবলৈ হ'লে সেই ভাষাত উচ্চ স্তৰৰ সাহিত্য সৃষ্টি হ'ব লাগিব। (৪) ৰোমান লিপি ল'লেহে বড়ো ভাষা-সাহিত্য সমৃদ্ধ হ'ব বুলি ভবাটো নিতান্তই অমূলক ধাৰণা। (৫) বড়ো ভাষা বা অন্যান্য ভাষাৰ প্ৰতি অৱজ্ঞা থকা বুলি ভবাটোও এটা কল্পিত ধাৰণাহে।

৩৩। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডক্টৰ উপেন্দ্ৰনাথ গোস্বামীয়ে অংশ গ্ৰহণ কৰি কয় ঃ (১) লিপিৰ প্ৰশ্নটো ভাষা-বিজ্ঞানৰ উপৰিও সামাজিক দিশৰপৰাও বিচাৰ কৰি চাব লাগে। (২) অসমৰ থলুৱা ভাষাগোষ্ঠীৰ লিপিৰ কথা বিচাৰ কৰোঁতে অসমীয়া ভাষা আৰু লিপিৰ প্ৰশ্ন বিচাৰ কৰিবই লাগিব। (৩) ৰোমান লিপিৰ সপক্ষে কোৱাসকলে ভাৱাৱেগ ত্যাগ কৰিব লাগিব। (৪) দুটা লিপি ল'ব পাৰিনেকি বাস্তৱ দৃষ্টিৰে সেই কথা বিচাৰ কৰি চাব লাগে। কিন্তু এই কথা ঠিক যে অসমীয়া লিপি বাদ দি অসমৰ থলুৱা ভাষাৰ বাবে কোনো লিপি-নিৰ্ধাৰণেই বিজ্ঞানসম্মত হ'ব নোৱাৰে। (৫) পাঠ্যক্ৰমত ইংৰাজীক দ্বিতীয় ভাষা কৰি ৰখা হৈছে আৰু অসমীয়া বাধ্যতামূলকভাৱে কেতিয়াৰপৰা শিকোৱা হ'ব, তাৰ কোনো স্পষ্টতা নাই। গতিকে মূল ব্যাৱহাৰিক ভাষাৰ লগত থলুৱা ভাষাৰ সম্পৰ্ক কেনেভাৱে বাধ্যতামূলক হ'ব, সেইটোও বিচাৰ্য বিষয়।

৩৪। শ্ৰীকেশৱচন্দ্ৰ ৰায়ে মত প্ৰকাশ কৰে যে বড়ে সকলে ৰোমান লিপি গ্ৰহণ কৰিলে ৰাজ্যৰ সংহতিয়ে নষ্ট হ'ব, তাত সন্দেহ নাই। জনজাতীয় লোকসকলৰ মাজত হোৱা সন্তুষ্টিৰ কথা বিচাৰ কৰিব লাগে। তেওঁ বড়ো সাহিত্য সভাক ৰোমান লিপি গ্ৰহণৰ সিদ্ধান্ত পুনৰ্বিচাৰ কৰি চাবলৈ কয়।

৩৫। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডক্টৰ প্ৰণৱজ্যোতি ডেকাই কয় (১) ৰোমান লিপিৰ মূল লেটিন। লেটিন আৰু ইংৰাজী ভাষাৰ মাজতে উচ্চাৰণৰ পৃথকতা বৰ বহল। (২) আখৰৰ প্ৰতীক গুণৰ বাবে উচ্চাৰণৰ তাৰতম্য হৈছে। (৩) ৰোমান লিপি গ্ৰহণ কৰিলেনো কোন ভাষাৰ ৰোমান লিপিৰ উচ্চাৰণ লোৱা হ'ব, সিও এটা সমস্যা। ৰোমান লিপি যিমান সহজ বুলি ভবা হৈছে সিমান সহজ নহয়।

৩৬। শ্ৰীহিতেশ ডেকাই কয়, বড়োসকলে ৰোমান লিপিত কূটচিহ্ন দি বড়ো ভাষাৰ উপযোগী কৰাৰ এটা আহুকলীয়া চেষ্টা কৰাতকৈ



অসমীয়া লিপিকে ব্যৱহাৰ নকৰাৰ কোনো বাস্তৱ কাৰণ দেখা নাযায়। নতুন লিপিৰ সংস্কাৰ সাধন কৰাতকৈ পুৰণি লিপিকে প্ৰয়োজন অনুসৰি ব্যৱহাৰ কৰিবলৈ তেওঁ অনুৰোধ কৰে।

৩৭। ডক্টৰ উপেন দাসে কয় যে আমি বিশ্বভ্ৰাতৃত্বৰ কথা কৈছোঁ, কিন্তু ৰাজ্যখনৰ খাচ থলুৱা লোকখিনিৰ মাজৰ সংহতিৰ ফালে চকু দিয়া নাই। এই দিশলৈ চকু দিবলৈ বড়োসকলক তেওঁ অনুৰোধ কৰে। অসম সাহিত্য সভায়ো জনজাতীয় লোকসকলৰ অসন্তুষ্টি আঁতৰাবলৈ চেষ্টা কৰিব লাগে।

৩৮। বড়ো ছাত্ৰ শ্ৰীহলিৰাম বসুমতাৰীয়ে কয়, "আমি অসমীয়া লিপি নলওঁ; ৰোমান লিপিহে ল'ম; কাৰণ এবাৰ যি সিদ্ধান্ত কৰা হ'ল তাক পৰিবৰ্তন কৰা নাযায়।"

সঞ্চালক ডক্টৰ মহেশ্বৰ নেওগে ৬ নবেম্বৰ তাৰিখৰপৰা পাঁচোটা অধিৱেশনত 'অসমৰ জনজাতীয় ভাষাৰ বাবে উপযোগী লিপি ৰোমান নে অসমীয়া'ৰ বিষয়ে হোৱা আলোচনাৰ সামৰণি মাৰি কয়, (১) এই আলোচনাই আমাৰ সকলোৰে বাবে বুজা-বুজিৰ, মত-বিনিময়ৰ বাবে এটা পৰিৱেশ ৰচনা কৰি দিলে। (২) লিপি-নিৰ্ধাৰণৰ বিজ্ঞানসম্মত পদ্ধতি আছে। সেই পদ্ধতিৰে আৱেগবৰ্জন কৰি আগ বাঢ়িলেহে নিৰ্ভুল সিদ্ধান্ত পাব পাৰি। (৩) বড়ো সাহিত্য-সভাৰ সিদ্ধান্তত আৱেগ জড়িত হৈছে; কিন্তু সিসকলে এনে কোনো সিদ্ধান্ত গ্ৰহণ কৰা উচিত নহয়, যাৰ দ্বাৰা সিসকলৰে ভৱিষ্যতৰ বংশধৰসকল ক্ষতিগ্ৰস্ত হ'ব। (৪) ভৱিষ্যতে বিজ্ঞান আৰু কাৰিকৰি বিজ্ঞান বা ব্যাৱহাৰিক জীৱনতো বড়ো ভাষাই ভাৰতীয় পৰিভাষা গ্ৰহণ কৰিবই লাগিব; তেতিয়া সেই পৰিভাষা-সমূহৰ লিপ্যন্তৰকৰণ এটা জটিল সমস্যা হৈ উঠিব। (৫) সংস্কৃতি এটা মুক্ত বস্তু। অসমীয়া সংস্কৃতিৰো বুনিয়াদ বড়ো সংস্কৃতিয়েই। বড়ো অসমীয়া সংস্কৃতিৰ বিকাশৰ বাবেই আমাৰ একে লিপি হ'ব লাগিব। (৬) প্ৰতিৱেশীৰ কথা চিন্তা নকৰি আন্তৰ্জাতিক হ'বলৈ বা বহিৰ্বিশ্বৰ কথা ভাবিবলৈ ল'লে আমাৰ নিজৰেই সমস্যা অবিৰলভাৱে থাকি যাব। (৭) লিপি-নিৰ্ধাৰণৰ সিদ্ধান্তৰ সময়ত আঞ্চলিক ভাষাৰ লিপিও এৰাই

যাব নালাগে, ছৰকাৰৰ নীতিও এৰাই যাব নালাগে; শিক্ষা আৰু প্ৰশাসন দুয়োটা কথা চিন্তা কৰিব লাগে। (৮) ৰোমান লিপি-গ্ৰহণৰ সিদ্ধান্ত ল'বৰ বেলাত বড়ো সাহিত্য-সভাই লিপি-নিৰ্ধাৰণৰ বিজ্ঞান-সম্মত পদ্ধতি লৈছে বুলি বা সামাজিক আৰু সাংস্কৃতিক দিশলৈ চকু দিছে বুলি কোনোপধ্যেই ক'ব নোৱাৰি। [উদ্বোধনী আৰু সামৰণী সভাৰ ভাষণ দ্ৰষ্টব্য।] (৯) ৰোমান লিপি গ্ৰহণ কৰা খাছি, মিজো, নগাভূমিৰ ভাষা আৰু বঙলা-অসমীয়ালিপি লোৱা মণিপুৰী ভাষা-সাহিত্যৰ বিকাশৰ আৰু সমৃদ্ধিলৈ চালেই ওলাই পৰিব, দেশীয় লিপি ভাষাৰ বিকাশত কেনেভাৱে সহায়ক হৈ উঠিব পাৰে। (১০) ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায়ে ৰোমান লিপি গ্ৰহণৰ বাবে দিয়া মত ভাৰতৰ পণ্ডিতসকলে গ্ৰহণ কৰা নাই। তদুপৰি বড়ো ভাষাৰ বাবে দুটা লিপি গ্ৰহণ কৰিবলৈহে ডক্টৰ চেটাৰ্জীয়ে নতুন এটা পৰামৰ্শ দিছে। (১১) লিপি-প্ৰয়োগৰ বিভিন্নতাই বিভেদৰ সৃষ্টি কৰিব। গতিকে আমাৰ এই সুন্দৰ ভূমি অসমত যেন হাজাৰ বছৰ একে হৈ থাকিব পাৰোঁ, তাৰ বাবে আমি সমূহীয়াভাৱে কাম কৰিব লাগিব; লিপি-সমস্যাও সেই দৃষ্টিৰেই বিচাৰ কৰি তাৰ সমাধানৰ পথ উলিয়াৰ লাগিব।

সঞ্চালকে বিষয়ৰ সামৰণী ভাষণত সমৱেতসকলক ধন্যবাদ জনায় আৰু লিপি সম্পৰ্কে বড়ো সাহিত্য-সভাই গ্ৰহণ কৰা সিদ্ধান্ত পুনৰ্বিচাৰৰ বাবে বড়ো সাহিত্য-সভাক আৰু বড়ো ছাত্ৰসন্থাক সনিৰ্বন্ধ অনুৰোধ জনায়। তেখেতে কয়—"বিদ্যাভিত্তিক বিচাৰেইহে সমাধানৰ পথ দিব।" সঞ্চালকে 'অসমীয়া লিপিৰ সৰলীকৰণ' বিষয় সেইদিনাৰ পাছবেলাৰ অধিৱেশনত আলোচনা হোৱাৰ কথা ঘোষণা কৰি প্ৰথম চক্ৰৰ সামৰণি মাৰে।

---

টোকা: অসম সাহিত্যসভাৰ প্ৰাক্তন সভাপতি বাগ্মীবৰ শ্ৰীনীলমণি ফুকন (ককা), 'দেউৰী সংস্কৃতি'ৰ লেখক শ্ৰীডম্বৰুধৰ দেউৰী, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ টাই ভাষা শিক্ষণ বিষয়ৰ প্ৰশিক্ষক শ্ৰীবিমলাকান্ত বৰুৱা, সাহিত্যিক শ্ৰীমেদিনী মোহন চৌধুৰী ব্যক্তিগতভাৱে শিবিৰত উপস্থিত থাকিব নোৱাৰি অসমৰ জনজাতীয় ভাষাৰ বাবে অসমীয়া লিপি-গ্ৰহণৰ যুক্তি দৰ্শাই নিজা মত প্ৰেৰণ কৰিছে।



৭।১১।৭৪ তাৰিখে পিছবেলা ডক্টৰ মহেন্দ্ৰ বৰাই "অসমীয়া লিপিৰ সৰলীকৰণ" সম্পৰ্কে এটি চমু আলচ আগ বঢ়াইছিল। তেখেতে অসমীয়া লিপিৰ যুক্তবৰ্ণৰ সৰলীকৰণত গুৰুত্ব দিয়ে; হৰিপ্ৰসাদ বৰুৱাই এসময়ত কৰা প্ৰস্তাৱৰ উল্লেখ কৰি কয় যে এই বিষয়ে কিছু চিন্তা-চৰ্চা হৈছে। জনজাতীয় ভাষাৰ বাবে অতি সহজে জটিল বুলি ধাৰণা কৰা ক্ষেত্ৰ-খিনি পৰিষ্কাৰ কৰি ল'ব পাৰি। (প্ৰবন্ধ দ্ৰষ্টব্য)।

১। সঞ্চালকে 'অসমীয়া লিপিৰ সৰলীকৰণ' সম্পৰ্কে আলোচনা দাঙি ধৰিবলৈ শ্ৰীনগেন শইকীয়াক আহ্বান কৰে। শ্ৰীনগেন শইকীয়াই কয়—

(১) অসমীয়া লিপিৰ ব্যৱহাৰ অসমীয়া ভাষাৰ বাবে জটিল হৈ উঠা নাই।

(২) যুক্তাক্ষৰৰ জটিলতা আৰু কাৰেমতৰা (স্বৰচিহ্ন) যোগৰ জটিলতা আধুনিক মুদ্ৰাযন্ত্ৰৰ উপযোগীকৈ বহু পৰিমাণে সৰলীকৰণ কৰি লোৱা হৈছে। তথাপি যিখিনি জটিলতা আছে বুলি অনুভূত হৈছে, সেইখিনিকো আঁতৰাই অসমীয়া লিপিক অধিক সৰলী কৰণ কৰি ল'ব লাগে—যাতে আমাৰ জনজাতীয় ভাষাত আৰু অসমীয়া ভাষাতো সহজতৰ প্ৰয়োগ কৰিব পাৰি।

(৩) ডক্টৰ মহেন্দ্ৰ বৰাই স্বৰচিহ্নবোৰ সোঁহাতে অনুভূমিকভাৱে লিখিব পাৰিনেকি, সেই বিষয়ে দিয়া পৰামৰ্শ বিচাৰ কৰি চাব পাৰি। তদুপৰি বড়ো ভাষাৰ বাবেও বৰাই খ গ ঙ ত দ ন প ৰ ম স য হ ৰ ল য় এই ১৫টা মাত্ৰ ব্যঞ্জনবৰ্ণৰ ব্যৱহাৰৰ সম্পৰ্কে কোৱা কথাও বিচাৰ কৰিব পাৰি।

২। ডক্টৰ গোলোকচন্দ্ৰ গোস্বামীয়ে স্বৰৰ গৌণ ৰূপ-সমূহ সলনি কৰিব পাৰিনেকি, সেই বিষয়ে বিচাৰ কৰি চাবলৈ অনুৰোধ কৰে। তেখেতে কয় যে গৌণৰূপবোৰ কিছু পৰিমাণে দেৱনাগৰীৰ দৰে ব্যৱহাৰ কৰিব পৰা যায়, আৰু সেয়ে হ'লে 'ি'-ৰ বাহিৰে বাকীবোৰ কেৱল ব্যৱহৃত হ'ব।

৩। শ্ৰীযোগেশ্বৰ বৰাই কয়, (১) ি, ে, ৌ আদি স্বৰচিহ্নবোৰ বিজ্ঞানসম্মতভাৱে প্ৰযুক্ত নহয়। গতিকে স্বৰচিহ্নৰ সলনি স্বৰবৰ্ণবোৰ ব্যঞ্জনবৰ্ণৰ সোঁহাতে সৰু আখৰেৰে লিখি দিব পাৰিনেকি, চাব লাগে।

৪। শ্ৰীবিশ্বেশ্বৰ হাজৰিকাই কয় যে অসমীয়া ভাষাৰ বাবে অসমীয়া লিপিৰ সৰলীকৰণৰ প্ৰয়োজন হোৱা নাই। শ্ৰীহাজৰিকাই চন্দ্ৰবিন্দুৰ ব্যৱহাৰ সম্পৰ্কে থকা মত-দ্বৈধৰ কথা কয়।

আলোচনাত ডক্টৰ উপেন্দ্ৰনাথ গোস্বামী, যতীন্দ্ৰনাথ গোস্বামী, ড০ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য আদিয়ে অংশ গ্ৰহণ কৰে। আলোচনাৰ অন্ততঃ তলৰ প্ৰস্তাৱটি সৰ্বসম্মতিক্ৰমে গ্ৰহণ কৰা হয়।

"অসম সাহিত্য-সভাৰ উদ্যোগত অসমৰ জনজাতীয় ভাষা-সমূহৰ প্ৰতিনিধি, অসমৰ ভাষা-বিজ্ঞানী, শিক্ষাবিদসকলক লৈ গুৱাহাটীত ১৯৭৪ চনৰ ৬ নবেম্বৰৰপৰা ৯ নবেম্বৰলৈ আয়োজন কৰা 'লেখক-শিবিৰ'ৰ ৩য় দিনা ৮ নবেম্বৰ তাৰিখে 'অসমীয়া লিপিৰ সৰলীকৰণ' সম্পৰ্কে হোৱা আলোচনা-চক্ৰই প্ৰস্তাৱ কৰে যে—

"অসমীয়া লিপিৰ সৰলীকৰণৰ প্ৰয়োজনীয়তা আছে নে নাই, প্ৰয়োজনীয়তা থাকিলে কেনেভাৱে সৰলীকৰণ কৰা সম্ভৱ, এই বিষয়ে 'অসমৰ বিভিন্ন ভাষা-গোষ্ঠীৰ মতামত ভাষা-বিজ্ঞান আৰু ব্যাৱহাৰিক কাৰ্যকৰিতাৰ ভিত্তিত বিশ্লেষণ কৰি পৰামৰ্শ দিবৰ বাবে এক বিশেষজ্ঞ সমিতি গঠন কৰিবলৈ অসম সাহিত্য-সভাৰ কাৰ্য-নিৰ্বাহক সমিতিক পৰামৰ্শ দিয়া হওক।"

প্ৰস্তাৱ-গ্ৰহণৰ অন্তত সঞ্চালকে তৃতীয় দিনাৰ কাৰ্য-সূচীৰ সামৰণি ঘোষণা কৰে।'

৯ নবেম্বৰ ১৯৭৪

সঞ্চালকে বড়ো ভাষাৰ লিপি-নিৰ্ধাৰণ সমিতিৰ সভাপতি আৰু বড়ো সাহিত্য সভাৰো এগৰাকী কৰ্ণধাৰ শ্ৰীপ্ৰমোদচন্দ্ৰ ব্ৰহ্মক 'অসমীয়া আৰু বড়ো ভাষাৰ সদৃশতা'-শীৰ্ষক আলোচনা দাঙি ধৰিবলৈ আহ্বান কৰে।

শ্ৰীব্ৰহ্মই কয়— (১) অসমীয়া ভাষাৰ শতকৰা ৫০।৬০ টা শব্দ বড়ো ভাষাৰপৰা আহিছে বুলি কোনো কোনো সাহিত্যিকে কৈছে। (২) অসমৰ বহুতো ঠাইৰ নাম আৰু নদীৰ নামে এসময়ত বড়ো ভাষাৰ ব্যাপ্তিৰ নিদৰ্শন ধৰি ৰাখিছে। (৩) আসাম, অসম নামটোও বড়োসকলৰ 'হা-চাম'ৰপৰা হোৱা, (৪) চীন-তিব্বতীয় গোষ্ঠীৰপৰা উদ্ভূত বড়ো, গাৰো, লালুং, মিকিৰ, কোচ, ত্ৰিপুৰী, ৰাভা, মৰাণ আদিৰ পৰস্পৰৰ মাজত ঘন সম্বন্ধ আছে।



অসমীয়া ভাষাই এই ভাষাবোৰৰপৰা সম্পদ লৈছে। (৫) সংস্কৃত মূলৰ বহু শব্দ বড়ো ভাষাত ব্যৱহৃত হৈছিল পৰিৱৰ্তিত ৰূপত আৰু অসমীয়া ভাষালৈ তাৰপৰাও বহু শব্দ আহিছে। (৬) বড়ো ভাষাৰ লগত অসমীয়া ভাষাৰ সম্পৰ্ক দূৰৰ নহয়, নিচেই আপোন। অসমীয়া ভাষাৰ গৱেষণা কৰিবলৈ হ'লেই বড়ো ভাষাৰ ওচৰ চাপিব লাগে। (৭) বাক্য-গাঁথনি, সম্বন্ধ-বাচক শব্দৰ ৰূপ বড়ো ভাষাৰপৰা অসমীয়ালৈ বহুত আহিছে।

শ্ৰীনগেন শইকীয়া ঃ আপুনি কৈছে—বড়ো ভাষাৰ বহু শব্দ অসমীয়ালৈ আহিছে, বড়ো ভাষাৰ ৰূপতাত্ত্বিক দিশটোৰো বহুত প্ৰভাৱ পৰিছে আৰু ধ্বনিও আহিছে। গতিকে আপোনাৰ বিশ্লেষণেই অসম সাহিত্য সভাই গ্ৰহণ কৰা লিপি-সম্পৰ্কীয় প্ৰস্তাৱটোৰ মূল কথাখিনি সমৰ্থন কৰা নাই জানো?

শ্ৰীব্ৰহ্ম ঃ সেইটো সাদৃশ্য আছে।

শ্ৰীব্ৰহ্ম ঃ (৮) লিপিৰ প্ৰশ্নটোত আৱেগ জড়িত হৈ পৰিছে। (৯) অসমীয়া লিপি অনুপযুক্ত বুলি ক'ব খোজা নাই। আজিৰ দৰে আগতে আলোচনা কৰা হ'লে কিজানি ৰোমান লিপিৰ প্ৰশ্নই নুঠিলহেঁতেন। (১০) কিন্তু আমি ভুল হওক শুদ্ধ হওক এটা সিদ্ধান্ত লৈছোঁ, আপোনালোকে সমৰ্থন দিব লাগে। (১১) যদি ভুল হৈছে, ভুলৰ সংশোধন হ'ব। (১২) অসমীয়া ভাষাক আমি বড়োসকলে কেতিয়াও নেৰোঁ, আমাৰ মাজত বিভেদ ঘটোৱাৰ প্ৰশ্ন নাই। (১৩) বড়ো-ভাষী অসমীয়া-ভাষী সদায় একতা-ডোলেৰে বান্ধ খাই থকাটো কামনা কৰোঁ।

আলোচনাত ডক্টৰ গোলোকচন্দ্ৰ গোস্বামী, ডক্টৰ উপেন্দ্ৰনাথ গোস্বামী ডক্টৰ উপেন দাস, হিতেশ ডেকা, ডক্টৰ মুকুন্দমাধৱ শৰ্মা, ডক্টৰ হেমন্ত কুমাৰ শৰ্মা, ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য আদিয়ে অংশ গ্ৰহণ কৰে।

সঞ্চালকে শ্ৰীব্ৰহ্মক ধন্যবাদ জনাই আলোচনাৰ সামৰণি মাৰে।

সামৰণী সভা ঃ

১। প্ৰধান সম্পাদকে সামৰণী সভা পৰিচালনাৰ বাবে সঞ্চালক ডক্টৰ নেওগক অনুৰোধ কৰে।

২। বিশিষ্ট অতিথি, অসম সাহিত্যসভাৰ প্ৰাক্তন সভাপতি শ্ৰীতীৰ্থনাথ শৰ্মাই ভাষণ-প্ৰসংগত লিপি সম্পৰ্কে হোৱা আলোচনাৰ প্ৰসংগ উত্থাপন কৰি কয় যে এসময়ত প্ৰাচীন অসমত বড়ো গোষ্ঠীৰ ৰাজন্যবৰ্গই শাসন কৰিছিল আৰু তেওঁলোকে অসমীয়া লিপিৰেহে শাসনাৱলী লিখোৱাৰ উদাহৰণ পোৱা গৈছে। হয়তো অসমীয়া লিপিয়েই বড়োসকলৰ লিপি-আছিল ; কালক্ৰমত বড়ো ভাষা কথিত ৰূপত ব্যৱহৃত হৈ থকাত লিপি-প্ৰয়োগৰ প্ৰশ্নও পিছলৈ নোহোৱা হ'ল। তেখেতে অসমীয়া লিপিৰ যিখিনি সৰলীকৰণে লিপিৰ সৌন্দৰ্য হ্ৰাস নকৰে বা যিখিনি সৰলীকৰণ ব্যাৱহাৰিক দিশৰপৰাই প্ৰয়োজনীয় বুলি অনুভূত হৈছে, সেইখিনি গ্ৰহণীয় বুলি কয়। শ্ৰীশৰ্মাই বড়োভাষীসকলক সনিৰ্বন্ধ অনুৰোধ জনায় যাতে সিসকলে লিপিৰ প্ৰশ্নটোত অধিক আৱেগ জড়িত নকৰি পুনৰ ঐতিহাসিক আৰু বৈজ্ঞানিক দৃষ্টিৰে বিচাৰ কৰি চায়।

৩। আন গৰাকী বিশিষ্ট অতিথি প্ৰথিতযশা সাহিত্যিক চৈয়দ আব্দুল মালিকে লিপি-বিভ্ৰাট সম্পৰ্কে সৰস আলোচনা এটি আগ বঢ়ায়। তেখেতে শেষত কয় যে সাহিত্য সমৃদ্ধ কৰিবলৈহে বড়োসকলে চেষ্টা কৰিব লাগে। ৰোমান লিপি সমৃদ্ধিৰ সহায়ক নহয়।

৪। গৃহমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই কয় যে ৰাজ্যখনৰ সংহতিৰ প্ৰশ্নটো মনত ৰাখিহে লিপিৰ সমস্যা সমাধানৰ কথা ভাবিব লাগে। তেখেতে কয় বড়ো সাহিত্য-সভাৰ লগত চৰকাৰৰ এই সম্পৰ্কে আলোচনা হৈ আছে। অসম সাহিত্য সভাই জনজাতীয় ভাষাৰ প্ৰতিনিধিসকলক নিমন্ত্ৰণ কৰি আনি এই সমস্যাটো মুকলিকৈ আলোচনাৰ ব্যৱস্থা কৰাৰ বাবে শলাগ লয় আৰু কয়, ইয়াৰ দ্বাৰা সকলো পক্ষই লাভৱান হ'ব পাৰে। তেখেতে কয়, বন্দুকৰ শক্তিৰে কোনো সমস্যাৰ সমাধান নহয়, আলাপ-আলোচনাৰ মাজেই সমাধানৰ পথ ওলাব।

৫। সঞ্চালক ডক্টৰ নেওগে শিৱিৰৰ সামৰণী ভাষণ দি তিনিওদিনৰ আলোচনা-ওলোৱা যুক্তি-প্ৰতিযুক্তিসমূহ বিশ্লেষণ কৰি দাঙি ধৰে। [ পৰিশিষ্টত সংযোজিত সামৰণী ভাষণ দ্ৰষ্টব্য। ] তেখেতে সকলো প্ৰতিনিধিকে তেখেতসকলৰ সহযোগৰ বাবে ধন্যবাদ জ্ঞাপন কৰে আৰু সমগ্ৰ বিষয়টো পুনৰ্বিচাৰৰ বাবে আৱেদন জনায়।



৬। প্ৰধান সম্পাদক শ্ৰীনগেন শইকীয়াই সঞ্চালক, প্ৰতিনিধিবৰ্গ, সকলোকে অসম সাহিত্য-সভাৰ পক্ষৰপৰা কৃতজ্ঞতা জ্ঞাপন কৰি কয় যে এই আলোচনাই আমাৰ ভৱিষ্যতৰ বাবে পথ প্ৰদৰ্শন কৰিব। ইমানতেই এই আলোচনাৰ সামৰণি নিশ্চয় নহয় ; ই কেৱল আৰম্ভণিহে।

প্ৰধান সম্পাদকে কয় যে পাঠ্যক্ৰমত চাৰিটা ভাষা বাধ্যতামূলকভাৱে শিকোৱাৰ বিষয়টো আলোচনাৰ মেজলৈ আনিব লাগে আৰু সাহিত্য-সভাই ভ্ৰাতৃ, বন্ধু, শুভাৰ্থী হিচাপে আগ বঢ়োৱা পৰামৰ্শাৱলী বিচাৰ-বিশ্লেষণ কৰি চাবৰ বাবে অন্ততঃ এবছৰলৈ বড়ো সাহিত্য-সভাৰ ৰোমান-লিপি গ্ৰহণৰ সিদ্ধান্ত কাৰ্যকৰী কৰাৰ যত্ন স্থগিত ৰাখিব লাগে বুলি অনুৰোধ জনায়।

৭। 'অ' মোৰ আপোনাৰ দেশ'ৰে শিৱিৰৰ কাৰ্য-সূচীৰ সামৰণি মৰা হয়।

পৰিশিষ্ট গ
প্ৰশ্নাৱলী

### অসম সাহিত্য সভা

অসমৰ দ্বিতীয় লেখক-শিবিৰ

লিপি-সম্পৰ্কীয় আলোচনা-চক্ৰ

### প্ৰশ্নাৱলী ক

১। আপুনি আমাৰ কোনটো জনজাতীয় ভাষা কয় ?

২। আপুনি ৰোমান লিপি এই ভাষাৰ বাবে গ্ৰহণ-যোগ্য বুলি ভাবেনে ?

৩। যদি ভাবে, ৰোমান লিপি গ্ৰহণৰ কি কি সুবিধা আছে বুলি আপুনি ভাবে ?

৪। আপোনাৰ ভাষাত স্বৰধ্বনি আৰু ব্যঞ্জনধ্বনিৰ সংখ্যা কিমান ?

৫। আপোনাৰ ভাষাৰ বিশিষ্ট ধ্বনিমূল্যৰ লগত ৰোমান লিপিৰে সম্পৰ্ক স্থাপন কৰিব পাৰি বুলি ভাবেনেকি ? যদি ভাবে, কেনেকৈ স্থাপন কৰিব পাৰি বুলি ভাবে ?

৬। কূটচিহ্ন ব্যৱহাৰ কৰি ৰোমান লিপিত ধ্বনিমূল্য আৰোপ কৰিলে ৰোমান লিপিয়ে আন্তৰ্জাতিক ধ্বনিতাত্ত্বিক বৰ্ণৰ ( আই. পি. এ. ) ৰূপ গ্ৰহণ নকৰিব জানো ? এনে ৰূপ গ্ৰহণ কৰিলে ই সৰ্বসাধাৰণৰ বাবে উপযোগী আৰু গ্ৰহণযোগ্য হ'বনে ?

৭। ৰোমান লিপি-গ্ৰহণে অসমীয়া মানুহৰ ( সকলো জনজাতীয় ভাষা-গোষ্ঠীক সামৰি) মাজৰ স্বাভাৱিক ভাষাতাত্ত্বিক আৰু ভাৱাৱেগযুক্ত সম্পৰ্কত বিচ্ছেদ ঘটাব বুলি নাভাবেনে ? তেনে অৱস্থাত বাকী-সকলৰ লগত কেনেভাৱে সম্পৰ্ক ৰক্ষা হ'ব বুলি ভাবে ( যিক্ষেত্ৰত ৰোমান লিপিৰ লগত আমাৰ জনজাতীয় ভাষাসমূহকে ধৰি কোনো ভাষাৰে ভাষাতাত্ত্বিক আৰু ভাৱাৱেগযুক্ত সম্পৰ্ক নাই ) ?

৮। অসমীয়া লিপিৰ কি কি অসুবিধা আছে বুলি আপুনি ভাবে ?

৯। এই অসুবিধাসমূহ আঁতৰোৱাৰ উপায় নাইনে ?

১০। ৰাজ্য ভাষা হিছাপে আৰু ব্যাৱহাৰিক উপযোগিতা, প্ৰয়োজনীয়তা



আৰু গ্ৰহণযোগ্যতাৰ ফালৰপৰা অসমীয়া ভাষা শিকাটো নিতান্ত আৱশ্যকীয়। এনে স্থলত অসমীয়া লিপিৰ লগত ( যাৰ ধ্বনিমূল্য অসমৰ সকলো জনজাতীয় ভাষাৰ ধ্বনিমূল্যৰ লগত সম্পৰ্কযুক্ত ) যিহেতু পৰিচয় হ'বই, গতিকে অসমীয়া লিপিৰ অসুবিধাসমূহ দূৰ কৰিব পাৰিলে, এই লিপি গ্ৰহণযোগ্য হ'ব বুলি ভাবেনে ?

১১। লিপি-সমস্যা-সমাধানৰ কি উপায় আছে বুলি আপুনি ভাবে ?

### প্ৰশ্নাৱলী খ

১। আমাৰ জনজাতীয় ভাষাসমূহৰ বাবে অসমীয়া লিপি উপযোগী বুলি আপুনি ভাবেনে ?

২। অসমীয়া লিপিৰে জনজাতীয় ভাষাসমূহৰ বিশিষ্ট ধ্বনি-ৰূপ প্ৰকাশ কৰিব পৰা যায়নে ? এই লিপিৰ কি কি সুবিধা আছে ?

৩। অসমীয়া ( ভাৰতীয় ) লিপি বহুবৰ্ণযুক্ত আৰু যুক্তাক্ষৰ-যুক্ত বুলি বহুতেই অভিযোগ কৰে; ইয়াৰ এই বৈশিষ্ট্য আমাৰ জনজাতীয় ভাষাসমূহৰ বাবে অসুবিধাজনক বুলি নাভাবেনে ?

৪। যদি ভাবে, অসমীয়া লিপিৰ সৰলীকৰণ কৰাৰ আৱশ্যকতা অনুভৱ কৰেনে ?

৫। কেনেভাৱে অসমীয়া লিপিৰ সৰলীকৰণ সম্ভৱ হ'ব বুলি ভাবে ?

৬। আমাৰ জনজাতীয় ভাষাসমূহৰ বাবে ৰোমানলিপি গ্ৰহণ-যোগ্য বুলি ভাবেনে ? যদি ভাবে, কি কি কাৰণত ভাবে ?

৭। যদিও অসমীয়া ভাষাৰ বুনিয়াদ-নিৰ্মাণত জনজাতীয় ভাষা সমূহৰ অৱদান অনস্বীকাৰ্য ; কিন্তু বৰ্তমানৰ অগ্ৰসৰ অসমীয়া ভাষাই অনগ্ৰসৰ অৱস্থাত থকা জনজাতীয় ভাষাসমূহৰপৰা পোনপটীয়াকৈ সম্পদ আহৰণ কৰাৰ সুযোগ আছে বুলি ভাবেনে ?

৮। যদি নাভাবে, জনজাতীয় ভাষা-সমূহে ৰোমান লিপি গ্ৰহণ কৰিলে মূল অসমীয়া ভাষাৰ কোনো ধৰণৰ ক্ষতি হ'ব পাৰে বুলি ভাবেনেকি ?

৯। লিপিৰ লগত দেশীয় সংস্কৃতিৰ আৰু জাতীয়তাৰ সম্পৰ্ক আছে বুলি ভাবেনেকি ?

১০। এই সমস্যা-সমাধানৰ বাবে আপুনি কি পৰামৰ্শ আগ বঢ়াব খোজে ?